# চন্দ্ৰকুমাৰ

( ধৰ্ম্মমূলক নাটক )



শ্ৰীমৎ নন্দবংশ মহাস্থবিৰ ।

# চন্দ্ৰকুমাৰ

( ধৰ্ম্মমূলক নাটক )

গ্ৰন্থকাৰ—

কৰ্ম্মবীৰ শ্ৰীনন্দবংশ মহাস্থবিৰ। অধ্যক্ষ, দিচাংপানী বৌদ্ধবিহাৰ,
ভূতপূৰ্ব্ব পালি পৰীক্ষক—, অসম সংস্কৃত বোৰ্ড, সদস্য
ধৰ্ম্মদূত কমিটী (বিশ্ব বৌদ্ধ মৈত্ৰী সম্মিলন) সংস্কৃত
কমিটী; সহকাৰী সভাপতি, সদৌ অসম
বৌদ্ধ কমিটী আৰু সদৌ অসম ভিক্ষুসঙ্ঘ
কমিটী; সভাপতি, চলা পথাৰ
জ্ঞানোদয় পালি বিদ্যালয়।



বুদ্ধ-বন্দনা, তোমিয়কুমাৰ ( জাতক ) সীৱলী কুমাৰ বুদ্ধ-চৰিত
( পদ্য ), বৌদ্ধ শিশুবোধ, বৌদ্ধধৰ্ম্ম চিনাকি,
তথাগত বুদ্ধ, আটৈহেজাৰতম্ বুদ্ধজয়ন্তী
ৰাজৰ্ষি বিশ্বন্তৰ ( পদ্য ) আদি
গ্ৰন্থপ্ৰণেতা দিচাংপানী
বৌদ্ধবিহাৰ



পোঃ আঃ দিচাংপানী
শিৱসাগৰ।
( অসম )

প্ৰকাশকদ্বয়—

শ্ৰীযুত জীবেশ্বৰ শ্যাম,
শ্ৰীমতী মেংলে শ্যাম,
বেতনী শ্যাম গাওঁ,
পোঃ আঃ খৰিকটিয়া,
শিৱসাগৰ (অসম)।

প্ৰথম সংস্কৰণ—১০০০
বুদ্ধ পূর্ণিমা, ১৭ বহাগ।
এপ্ৰেল ৩০।৪।৬১ চন

অন্নদা প্ৰিন্টিং হাউচত,
শ্ৰীগৌৰীচৰণ বৰকটকীৰ দ্বাৰা
ছাপা কৰা হল।

মূল্য—দুটকা।

# শ্ৰদ্ধাঞ্জলি

ধৰ্ম্মগুৰু অসমৰ কবি সাহিত্যিক
সত্য-প্ৰেম-অহিংসাৰ বাণী প্ৰচাৰিলা,
লঙ্কা, বৰ্ম্মা, থাইলেণ্ড জাপানত গই
বৌদ্ধ-ধৰমৰ তুমি প্ৰদীপ জ্বলালা।
তিয়াগিলা মায়া-মোহ, বিষয়-বাসনা
দেখুৱালা মানৱক মুকুতিৰ পথ—
প্ৰদানিলে "মহাস্থবিৰ" উপাধি প্ৰজাই
হ'ল আজি তোমাৰেই পূৰ্ণ মনোৰথ।
মনোৰমা দিচাঙৰ পাৰত সজালা
তুমিয়েই ধৰমৰ পৱিত্ৰ বিহাৰ ;
ৰচিলা অনেক পুথি বহু যত্ন কৰি
গালা গীত ভক্তি ভাৱে বুদ্ধ-মহাত্মাৰ।
খুলি দিয়া বৈকুণ্ঠৰ সোণৰ কপাট,
নন্দবংশ! লোৱাঁ মোৰ শত প্ৰণিপাত।

নাফুক বাগিচা,
পোঃ চক্ৰাই।
শিৱসাগৰ, (অসম)
ইং ১৯৬১ চন।

শ্ৰীঅম্বেশ্বৰ চেতিয়া ফুকন

# পাতনি

ভগৱান গৌতম বুদ্ধই অনিৰ্ব্বাণ কৰ্ম্মফলৰ পৰিণতিত নানা যোনিত জন্মান্তৰ পৰিগ্ৰহণ কৰিব লগা হৈছিল আৰু নানা জন্মত দান-শীল আদি পাৰমী সমূহ ( সজ আচৰণ ) পালনৰ দ্বাৰা সেইবিলাক খণ্ডন কৰি কেনেকৈ নিৰ্ব্বাণ পথত আগুৱাব পাৰিছিল, ইত্যাদি সুমঙ্গল ঘটনা আৰু তেওঁৰ জীৱনৰ ৰহস্যময়ী পাঁচ শ পঞ্চাশ্ জন্মৰ কাহিনী সমূহকেই জাতক বোলা হৈছে। সূত্তনিপাটৰ খুদ্দক নিকায়ৰ ( ভাগৰ ) পুথি সমূহৰ ভিতৰত জাতক সমূহো বৌদ্ধ তথা বিশ্ব-সাহিত্যৰ এক অমূল্য সম্পদ। এই জাতক সমূহ মূলতে "পালি" ভাষাত লিখিত, কিন্তু আজিকালি ভাৰতৰ তথা পৃথিবীৰ উন্নত ভাষাবোৰলৈ অনুবাদ হৈছে আৰু জাতিধৰ্ম্ম নিৰ্ব্বিশেষে সকলোৱে ইয়াক পৱিত্ৰ গ্ৰন্থ হিচাবে গ্ৰহণ কৰিছে।

কৰ্ম্মবীৰ মহাপুৰুষ চন্দ্ৰকুমাৰৰ জীৱন-কাহিনী আদি জন্মান্তৰ-বাদৰ তৰঙ্গৰাশি সেই জাতক সমূহৰেই এটি মৰ্ম্মস্পৰ্শী আৰু হৃদয়গ্ৰাহী কাহিনী। কোৱা বাহুল্য যে চন্দ্ৰকুমাৰে জন্ম-জৰাদি পৃথিবীৰ অপৰিহাৰ্য্য দুখ ৰাশিৰ পৰা নিজৰ আৰু আনৰো মুক্তিৰ বাবে যিবোৰ সজ কাৰ্য্য আচৰণাৰ্থে সংকল্প কৰিছিল,

ভগৱান দীপঙ্কৰ বুদ্ধৰ দিনৰ পৰাই। এফালে কৰ্ম্মৰ বিনিময়হেতু ইন্দ্ৰ আদি দেৱতাসকলে তেওঁৰ সেই সাধনাত কঠোৰ পৰীক্ষা কৰিছিল; সেই পৰীক্ষাবোৰত তেওঁ উত্তৰোত্তৰ চৰিত্ৰৰ উৎকৰ্ষতা সাধন কৰি জগতবাসীক দেখুৱাই থৈ গল জন্মান্তৰবাদৰ এক অফুৰন্ত কৰ্ম্মকাহিনী—।

এনে কৰ্ম্মৰ সোঁতত ভাহি অহা চন্দ্ৰকুমাৰক নাটক ৰূপত গঢ় দি নাট্যমঞ্চত ঠিয় দিয়াবলৈ হলে কিমানবোৰ বাহিৰা সাজ-সৰঞ্জাম আদিৰে দৃশ্যাৱলী-সজাবলগীয়া হয়, তাক নাট্যকাৰ সকলে সম্যকৰূপে জানে। নাটকৰ গঢ়-গঠন আদি পটভূমিকাত ৰূপ-ৰহন সনাত বিশেষৰূপে মনোযোগ দিয়াৰ উপৰিও মূল ঘটনা যাতে আনফালে গতি নলয় তালৈ বিশেষৰূপে লক্ষ্য ৰখা হৈছে। এইখিনিতে কৈ থোৱা ভাল হব যে, একৰাজৰ পত্নী আৰু পুত্ৰ-কন্যা আদিক হত্যাৰ্থে তিনিবাৰ ধৰাই আনে আৰু তিনিবাৰ মুক্তি দিয়ে: কিন্তু আমাৰ নাট্য সমাজৰ সুবিধা অসুবিধালৈ লক্ষ ৰাখি এবাৰ মুক্তি দিয়াৰ দৃশ্য আৰু চাৰিজন সদাগৰ আদি জীৱ-জন্তু আনপ্ৰকাৰে পটভূমিকাত দাঙি ধৰিছো।

এনে ধৰ্ম্মমূলক নাটক এখন লিখিবলৈ কবি-সাহিত্যিক শ্ৰীযুত অম্বেশ্বৰ চেতিয়া ফুকন, শ্ৰীযুত লক্ষীনাথ মোহন এম-এ, আৰু অসমৰ কেইবাজন নাট্যকাৰ সদাশয় লোকে আমাক উৎসাহ উদ্দীপনা দিয়ে। গতিকে তেখেতসকলৰ ওচৰত আমি



চিৰকৃতজ্ঞ। শিৱসাগৰ কলেজৰ উপাধ্যক্ষ শ্ৰীযুত পৰাগধৰ চলিহা এম-এ, আৰু নাট্যকাৰ শ্ৰীযুত ৰিপুনাথ বুঢ়াগোহাঁই দেও দ্বয়ে অনুগ্ৰহ কৰি নাটকখন হাতে লিখা অৱস্থাত এবাৰ চকুফুৰাই দিয়াত বিশেষকৈ গোহাঁইদেৱে অত্যাৱশ্যকীয় কেইটামান কথালৈ আঙুলিয়াই দিয়াৰ বাবে তেখেতসকললৈ আমাৰ আন্তৰিক শলাগ আগবঢ়োৱা থাকিল। চলাপথাৰ মনিটিং বিহাৰৰ ভূতপূৰ্ব্ব অধ্যাক্ষ, বৰ্ত্তমান নৱনালান্দা বিশ্ববিদ্যালয়ত ত্ৰিপিটক অধ্যায়ী শ্ৰীমৎ সুজয়ানন্দ ভিক্ষু, প্ৰবেশিকা পৰীক্ষাৰ্থী শ্ৰীমান খেমা দত্ত শ্ৰমনে এই পুথি লিখাৰ সময়ত আমাক ভালেখিনি সহায় কৰিছিল। তাৰবাবে তেওঁলোকক আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিছো আৰু ত্ৰিৰত্নৰ সমীপত চিৰশান্তিপদ কামনা কৰিছো।

এইখিনিতে প্ৰকাশ নকৰি নোৱাৰিলো যে দিচাংপানী হাইস্কুলৰ সহকাৰী শিক্ষক শ্ৰীযুত দুৰ্গাপ্ৰসাদ দাস দেৱে এই পুথিখনি হাতেলিখা অৱস্থাত ৰচনা সংশোধন কৰি দিয়াত তেখেতলৈও আমাৰ আন্তৰিক শলাগ আগবঢ়োৱা হল।

বৰ আনন্দ আৰু সুখৰ বিষয় যে, যোৰহাট মহকুমাৰ অন্তৰ্গত বেতনী শ্যামগাওঁ নিবাসী ধৰ্ম্মপৰায়ণ উপাসক শ্ৰীযুত জীবেশ্বৰ শ্যাম আৰু তেওঁৰ সহধৰ্ম্মিণী ধৰ্ম্মপৰায়না উপাসিকা শ্ৰীমতী মেৎলে শ্যাম দুয়োজনে এই কিতাপখনি ছপাই উলিয়াবলৈ ভাৰ লোৱাতহে ৰাইজৰ আগলৈ আগবঢ়াব পৰা হ'ল; গতিকে তেওঁলোকক আশাতীত ভাবে ধন্যবাদ দি অজৰ-অমৰ আৰু

অক্ষয় নিৰ্ব্বাণৰ শান্তিপদ কামনা কৰিলো। ধৰ্ম্মপ্ৰাণ সদ্ধৰ্ম্ম-বৎসল লোকে সৎকৰ্ম্মৰ অনুসৰণ কৰা বাঞ্চনীয়।

নাটকত অনেক ভুল-ভ্ৰান্তি থকা স্বাভাৱিক। ধৰ্ম্মপ্ৰাণ ৰাইজে সেই অজানিত আৰু অনিচ্ছাকৃত দোষ মাৰ্জ্জনা কৰি মৰমৰ চকুৰে চালেই আমাৰ এই পৰিশ্ৰম সাৰ্থক হ'ল বুলি ভাবিব পাৰিম। ইতি—

বুদ্ধ-পূনিমা, ১৭ বহাগ,
এপ্ৰেল, ২৫০৫ বুদ্ধাব্দ।
১৯৬১ খৃষ্টাব্দ,
পোঃ আঃ দিচাংপানী।
শিৱসাগৰ (অসম)

গ্ৰন্থকাৰ,
শ্ৰীনন্দবংশ মহাস্থবিৰ
দিচাংপানী বৌদ্ধবিহাৰ।

## মন্তব্য।

শ্ৰীমৎ নন্দবংশ ভিক্ষুদেৱৰ "চন্দ্ৰকুমাৰ" নাটকখনি হাতে লিখা অৱস্থাতে পঢ়িবৰ সুবিধা পাইছিলো। নন্দবংশদেৱে ভগৱান বুদ্ধদেৱৰ জীৱনী আৰু ধৰ্ম্মমত সম্পৰ্কীয় কেইবাখনো পুথি লিখি আমাৰ সাহিত্যৰ সৌষ্ঠৱ বঢ়াইছে।

অসমত বৌদ্ধধৰ্ম্ম বৰ্ত্তমান পূৰ্ণ প্ৰসাৰৰ ক্ষেত্ৰত নন্দবংশৰ অৱদান অনস্বীকাৰ্য্য। তেখেতৰ ঐকান্তিকতা, নিস্বাৰ্থ আৰু অক্লান্ত জনসেৱাৰ ফলস্বৰূপে অসমৰ ভালেমান ঠাইত, বিশেষকৈ আমাৰ এই খণ্ডত কেইবাটিও সমাজ কল্যাণমূলক অনুষ্ঠান প্ৰতিস্থিত হৈ ৰাইজৰ মহৎ উপকাৰ সাধন কৰা হৈছে। একেজন লোকেই নীৰৱে সাহিত্য সেৱাতও ব্ৰতী হৈ ইতিমধ্যে কেইবাখনিও গ্ৰন্থ প্ৰকাশ কৰাটো নিশ্চয় অসামান্য প্ৰতিভাৰ পৰিচায়ক।

আন বিষয়ত হওক বা নহওক ধৰ্ম্মক্ষেত্ৰত বিশেষকৈ নিৰক্ষৰ সমাজত পঢ়াতকৈ বা শুনাতকৈ দেখাৰ সাৰ্থকতা বেছি। নাট-ভাওনা আদিৰ সাহিত্যিক মূল্যৰ উপৰিও এই ব্যৱহাৰিক মূল্য আমাৰ সমাজত স্বকীয়াকৈ ৰৈছে।

"চন্দ্ৰকুমাৰ" নাটকত অৱশ্যে সাহিত্যসুলভ আৰু শিক্ষাপ্ৰদ

হুয়া বিষয়ৰে ভালেখিনি উপাদান পোৱা যাব। বৌদ্ধধৰ্ম্ম সংস্কৃতিসূচক অনুপম গ্ৰন্থৰাজি "জাতক" সমূহৰ কাহিনী বিশেষ অৱলম্বন কৰি ৰচা নাটকখনি এজন স্বাৰ্থান্বেষী ৰাজপুৰোহিতৰ প্ৰৰোচনাত পুষ্পৱতী ৰাজ্যৰ মহাৰাজে নিজৰ সত্যকাম প্ৰজাবৎসল পুত্ৰ-পত্নীকে হত্যা কৰিবলৈ সঙ্কল্প কৰি ( বিফল হৈ ) শেহান্তৰত নিজে সেই পাপৰ ফল তিলতিলকৈ ভোগ কৰিব লগা হোৱা ঘটনাৱলি সামাজিক পটভূমিকা এটিক আঁৰত ৰাখি নাট্যকাৰে সফলতাৰে প্ৰকাশ কৰিছে। পিতৃয়ে পত্নী-পুত্ৰৰ প্ৰাণ বিনাশাৰ্থে অগ্ৰসৰ হোৱা প্ৰকট ৰহস্যজনক ৰচনাত বিশেষ কৃতীত্বৰ আৱশ্যক। বৰ্ত্তমান নাট্যকাৰে তাকে কৰোতে কুশলতাৰ চিনাকি দিছে।

নাটকখন দৃশ্যবহুল হোৱা বাবে মঞ্চ-সজ্জাৰ সুবিধা, বচন-বহুল হোৱা হেতু দৰ্শকৰ মনত আভিনয়িক স্পৃহা ৰক্ষা আৰু দৃশ্য-গাঠনিত ঘটনা বৈচিত্ৰ্য আৰু কাহিনীৰ অগ্ৰগতিৰ ক্ৰম সংযোজনা কিছু পৰিমাণে হ্ৰাস আৰু শিথিল হোৱা যেন লাগিলেও সমূহীয়া ভাৱে নাটকখনিৰ ( আভিনয়িক ) সফলতা ধৰ্ম্মপ্ৰাণ সকলৰ বাবে ৰোৱা স্বকীয়া ৰসৰ উপৰিও কম সংখ্যক চৰিত্ৰতে বিবিধ বৈচিত্ৰ সৃষ্টি, কেইবাটিও দৃশ্যতে ৰস-প্ৰচণ্ডতা বিভীষিকা-কৌতূহল আদিৰ উৎস স্থাপন। খুহুতীয়া সংলাপ নৃত্যগীত সংযোজনাৰে বিৰামবন্ধন বহুক্ষেত্ৰত প্ৰকাশ পাইছে।

আমাৰ সাহিত্যত মৌলিক নাটকৰ সংখ্যা আশানুৰূপ বৃদ্ধি পোৱা নাই। বৌদ্ধ শাস্ত্ৰ সম্বন্ধীয় ৰচনাৰ সংখ্যা নামমাত্ৰহে।



সেইহে নন্দবংশ দেৱৰ এহাগুণীয়া সাহিত্য-চৰ্চ্চাৰ আমি ভূৰি ভূৰি প্ৰশংসা কৰোঁ।

"চন্দ্ৰকুমাৰ" নাটকৰ দৰে আৰু ভালেমান নাটক নন্দবংশ দেৱৰ পৰাই পাম বুলি হাবিয়াস কৰিলো।

শিৱসাগৰ,
লক্ষ্মী পূৰ্ণিমা।
১৮০২ শকাব্দ।

শ্ৰীপৰাগ চলিহা এম্-এ,
উপাধ্যক্ষ,
শিৱসাগৰ কলেজ।

# ভাৱৰীয়াসকলৰ পৰিচয়

—মুনিহ—

| | | |
|---|---|---|
| একৰাজ | ... | পুষ্পৱতী দেশৰ ৰজা। |
| চন্দ্ৰকুমাৰ | ... | ঐ প্ৰথম পুত্ৰ। |
| সূৰ্য্যকুমাৰ | ... | ঐ দ্বিতীয় পুত্ৰ। |
| ভদ্ৰসেন | ... | ঐ তৃতীয় পুত্ৰ। |
| বামগোত্ৰ | ... | ঐ চতুৰ্থ পুত্ৰ। |
| খণ্ডহাল | ... | ৰাজপুৰোহিত। |
| সাধক | ... | এজন বৈৰাগীবেশী। |
| ইন্দ্ৰ | ... | স্বৰ্গৰ ৰজা। |
| বিশ্বকৰ্ম্মা | ... | ঐ দেৱতা। |
| বৰুণ | ... | ঐ দেৱতা। |
| দেৱানন্দ | ... | দৰিদ্ৰলোক। |
| গেন্ধেলা | ... | ৰজাৰ মালি। |
| কতিয়া | ... | ঐ মালি। |
| লেতেৰা | ... | ম'হ গুৱাল। |
| তেতেৰা | ... | ঐ |

যশ, প্ৰথম বাটৰুৱা, গৰখীয়া, উদ্যানপাল, দূত, দ্বাৰপাল ঘাটক, চোঁৰধাৰী, ছত্ৰধাৰী, অমাত্য আৰু প্ৰজাবৰ্গ।

—তিৰোতা—

| | | |
|---|---|---|
| বৃদ্ধাৰাণী | ... | একৰাজৰ মাতৃ। |
| ৰাণী | ... | ঐ প্ৰাধান পত্নী। |
| চন্দ্ৰাদেৱী | ... | চন্দ্ৰকুমাৰৰ পত্নী। |
| উপসেনা | ... | একৰাজৰ প্ৰথমা কন্যা। |
| কোকিলা | ... | ঐ দ্বিতীয়া কন্যা। |
| মুদিতা | ... | ঐ তৃতীয়া কন্যা। |
| নন্দা | ... | ঐ চতুৰ্থা কন্যা। |
| সৰ্ব্বেশ্বৰী | ... | খণ্ডহালৰ পত্নী। |

মালিনী, অপেশ্বৰী ইত্যাদি।

—x—

# চন্দ্ৰকুমাৰ



## প্ৰথম অঙ্ক

### —প্ৰথম দৃশ্য—

উদ্যানৰ একাংশ— বসন্ত কাল, গছৰ ডালত কুলি-কেতেকীৰ মধুৰ মাত, সূৰ্য্যৰ কিৰণত চৌদিশে অপূৰ্ব্ব সৌন্দৰ্য্য, ককালত তৰোৱাল লৈ আনন্দ মনে ধীৰে ধীৰে চন্দ্ৰকুমাৰৰ প্ৰবেশ।

চন্দ্ৰকুমাৰ—পিতাৰ আদেশ নতশিৰে গ্ৰহণ কৰি ৰাজ্যৰ দ'ল, দেৱাল, আলি, পুখুৰী, অনুষ্ঠান, প্ৰতিস্থান পৰিদৰ্শন কৰিলো। কৰ্ম্মচাৰীসকলে নিজ নিজ কৰ্ত্তব্যত ৰত থাকি সকলো কৰ্ম্ম নিয়াৰীকৈ কৰি গৈছে। ৰাজ-কৰ্ম্মচাৰী-সকলৰ কৰ্ত্তব্যনিষ্ঠা, ধৰ্ম্মত তৎপৰতাতে শত শতাব্দী এই পুষ্পৱতীৰ যশ-ধ্বজা সগৌৰৱে উৰি আহিছে। ধন্য কৰ্ম্মচাৰীসকল! মনত ৰাখিবা, এজনৰ সুখ-দুঃখতকৈ শত-সহস্ৰজনৰ সুখ-দুঃখলৈ লক্ষ্য কৰাহে আমাৰ কৰ্ম্ম আৰু কৰ্ত্তব্য। (এনেতে দুৰৈত "কুমাৰ, কুমাৰ" ৰুলি কৰুণ

বিননি শুনা যায়। চন্দ্ৰকুমাৰে ইফালে সিফালে চাই) কোনে কুমাৰ কুমাৰ বুলি আৰ্ত্তনাদ কৰিছে? আহা! নিৰ্ভয়ে মৰ্ম্মবাণী ব্যক্ত কৰাহি। (বেগেৰে দেৱানন্দ আহি কুমাৰৰ ভৰিত পৰি কান্দে, চন্দ্ৰকুমাৰে গাত ধৰি) কান্দিছা কিয়? নেকান্দিবা, কোৱাঁ তুমি কোন?

দেৱানন্দ—(ভয়ে ভয়ে) মই এজন দৰিদ্ৰ লোক, খণ্ডহাল ব্ৰাহ্মণৰ অত্যাচাৰত আজি মই সৰ্ব্বস্বান্ত।

চন্দ্ৰকুমাৰ—ব্ৰাহ্মণৰ অত্যাচাৰত সৰ্ব্বস্বান্ত হ'লা কেনেকৈ?

দেৱানন্দ—হে কুমাৰ, মই লোকৰ ঘৰত হালোৱা সোমাই তিনি শ নগদ টকা দি ধনাইৰ পৰা এহাল গৰু কিনি আনিছিলো। সাতদিনৰ পিচত গৰুহাল গিৰিহঁতৰ ঘৰলৈ পলাই যোৱাত ধনায়ে আন এজনক বিক্ৰী কৰি দিয়ে। এনে অৱস্থাত মই বাধ্য হৈ ধনাইৰ ওপৰত গোচৰ দিওঁ; কিন্তু গোচৰত ব্ৰাহ্মণে বিপক্ষ দলৰ পৰা ভেটী খাই মোকহে এশটকা জৰিমনা কৰে। এনে অন্যায়-অত্যাচাৰত মোৰ দুঃখ-কষ্ট কুলাই-পাচিয়ে নধৰা হৈছে।

চন্দ্ৰকুমাৰ—ৰাজপুৰোহিতে এনে নীচ কাৰ্য্যত প্ৰবৃত্ত হৈছে? অসম্ভৱ, মই বিশ্বাস কৰিব নোৱাৰোঁ।

(বহুত স্বাক্ষৰে লিখিত এখন আৱেদন পত্ৰ লৈ এজন উদ্যানপালৰ প্ৰবেশ)

উদ্যানপাল—ৰাজকুমাৰ, আপোনাক সেৱা জনাইছোঁ।

(সেৱা কৰে)



চন্দ্ৰকুমাৰ—কোৱাঁ উদ্যানপাল, সংবাদ কি?

উদ্যানপাল—এই পত্ৰই সবিশেষ দিব। (পত্ৰ দিয়ে)

চন্দ্ৰকুমাৰ—(মনে মনে পত্ৰ পঢ়ি) উদ্যানপাল, সেই আৱেদনকাৰীসকলক অলপ অপেক্ষা কৰিবলৈ কোৱাঁগৈ যোৱাঁ।

উদ্যানপাল—(সেৱা কৰি) কুমাৰৰ যি আদেশ।

[উদ্যানপালৰ প্ৰস্থান]

চন্দ্ৰকুমাৰ—এই পত্ৰখনতো লিখিছে, খণ্ডহাল ব্ৰাহ্মণে ভদ্ৰেশ্বৰৰ পৰা ভেটী খাই বিধবা ৰমণী মনেশ্বৰীৰ এপুৰা মাটি আৰু মহানন্দৰ পৰা এজনী গাই গ্ৰহণ কৰি দীনেশ্বৰৰ পৰা দুপুৰা মাটি মহানন্দক দি পট্টা দিয়ালে! এজন ৰাজপুৰোহিত আৰু প্ৰধান বিচাৰপতি হৈ এনে নীচ কামত নামি পুষ্পৱতীক এক কলঙ্কৰ দাবাগ্নিত পৰিণত কৰিবলৈ গৈছে! দেৱানন্দ, তুমি এতিয়া যোৱাঁ আবেদনকাৰীসকলৰ বিচাৰ অতি সোনকালে কৰা হব।

[দেৱানন্দই কুমাৰক সেৱা কৰি একালে প্ৰস্থান, আনফালৰ পৰা এটা বাটকৰাই একলহ গাখীৰ, এচাব গুড় আৰু এগাল চাউলৰ এখন ভাৰ লৈ প্ৰবেশ]।

বাটকৰা—(ভাৰ লৈ) কটা, সেই গাওঁ কেইখনৰ মানুহবোৰক কি যে মতা গ্ৰহে পালে কব পৰা নাই। ধনীমানী হ'ল বুলিয়েই দুখীয়া-নিচলা মানুহবোৰৰ মাটিবাৰীবোৰ কাঢ়ি-আজুৰি লব লাগেনে? বিচাৰপতিদালে আকৌ দেশৰ ভেটী খাই দুখীয়াবোৰৰ মূৰতহে নাৰিকল

ভাঙিবলৈ গৈছে। কি আপদীয়া মানুহ অ'? অ
প্ৰভুজনো কমবিধৰ ভকত নহয় একা! আজি বোলে
বাৰীৰ, কালিলৈ বোলে ছা-ছোৱালীৰ গোচৰহে গো
এনে মিছা ওজৰ আপত্তিবোৰত জিকিবৰ বাবে
"এযোৰ হাঁহ, কাইলৈ এহাল গৰু, পৰহিলৈ ছুটা ছা
এন্-তেন্‌বোৰৰ ভাৰ-ভেটী সোপা দি থৈ আহগৈ

চন্দ্ৰকুমাৰ—( মনতে ) কোনে সেই একে কথাকেই ৰ
( ছুখোজমান আগুৱাই ) কোন তুমি ইমান
মেতমৰা ভাৰথন লৈ কলৈ যোৱাঁ?

বাটৰুৱা—( কঁপি কঁপি নতজানু হৈ ) দেউতা, মোক
কৰক। ( বাটৰুৱাই থৰ্-থৰ্ বৰ্-বৰ্ হৈ কুমাৰৰ
চাই থাকে )

চন্দ্ৰকুমাৰ—বাটৰুৱা, তুমি খণ্ডহাল ব্ৰাহ্মণলৈ বৰ ভয়
নহয়নে?

বাটৰুৱা—কৈছেহে আকৌ? বামুণৰ মাটিৰ সীমাতে
তিনিবিঘা আছিল, পিছে বামুণে ক্ৰমান্বয়ে তেওঁৰ
বঢ়াই নিয়াত মোৰ এতিয়া এবিঘাহে ৰৈছেগৈ।
বিষয়ে আপত্তি কৰাত মোক এমাহ বন্দী কৰি ৰা

চন্দ্ৰকুমাৰ—বাটৰুৱা, তুমি এতিয়া যোৱা আৰু শুন
ভাৰথন বামুণক দিবগৈ নালাগে।

[ বাটৰুৱাই আনন্দ মনে ফোঁপাই-জোপাই কেঁকো -
ভাৰ লৈ প্ৰস্থান। অলপ পৰৰ পিছতে নেপথ্যত এক
বাণী শুনি কুমাৰে আচৰিত ভাবে ওপৰলৈ চাই থ



## আকাশী-বাণী—

"কিচ্ছো মনুসম্ পটিলাভো কিচ্ছং মচ্চান: জীবিতং
কিচছং সদ্ধম্ম স্বনং কিচেছা বুদ্ধানাং উপ্পাদো"তি।

কুমাৰ—ই কি! মানুহ নে দেৱতা? এই জনকোলাহলৰ
অন্তৰালত আকাশীবাণী শুনাই গুচি গ'ল! বাস্তৱিকতে
ই মানুহৰ জন্ম ছুৰ্ল্লভ, মৰণশীল, মানুহৰ জীৱন ধাৰণ
কষ্টকৰ, সদ্ধৰ্ম্ম শ্ৰৱণ ছুৰ্ল্লভ, জ্ঞানীসকলৰ উৎপত্তি ছুৰ্ল্লভ।
এনে ছুৰ্ল্লভ মানৱ জীৱন লাভ কৰি ধৰ্ম্মপৰায়ণ হব
নোৱাৰিলে এই পুণ্যশ্ৰেষ্ঠ নৰ জীৱনৰ সাৰ্থকতা ক'ত?
চন্দ্ৰকুমাৰৰ গাত এটুপি জীয়া তেজ থকালৈকে পুষ্পৱতীক
কলঙ্কিতা কৰিব নোৱাৰিবা। ( অলপ ৰৈ ) উদ্যানপাল,
( বেগে উদ্যানপালৰ প্ৰবেশ ) উদ্যানপাল, দেৱানন্দ, দানেশ,
মনেশ্বৰী আদি উদ্যানৰ বাহিৰত থকা আৱেদনকাৰীসকলক
মোৰ ওচৰত উপস্থিত হবলৈ কোৱাঁগৈ যোৱাঁ।

উদ্যানপাল—কুমাৰৰ আদেশ নতশিৰে গ্ৰহণ কৰিছোঁ।
( উদ্যানপাল বেগেৰে গৈ অলপপৰৰ পিছতে যশ, দেৱানন্দ
দীনেশ আদিক লগত লৈ কুমাৰৰ ওচৰত উপস্থিত হয়হি )

কুমাৰ—( যশৰ প্ৰতি ) যশ, তুমি আবেদনকাৰীসকলৰ এজন
প্ৰতিনিধি স্বৰূপে আহিছা নহয়? কোৱাঁ, তোমাৰ
ব্যক্তিগত অভিমত কি?

—যুৱৰাজ, আবেদনকাৰীসকলৰ প্ৰতিনিধি স্বৰূপে জনাওঁ
যে, পুষ্পৱতী ৰাজ্যৰ শিল্পীসকলে শিল্পকাৰ্য্য, ধৰ্ম্মধাৰী-

সকলে ধ্যান-সমাধি, কৃষিজীৱিসকলে কৃষকতাৰ কা
অশ্বাৰোহী, পদাতিক আদিয়ে নিজ নিজ কৰ্ত্তব্যত ৰত থ
আপুনি নিজে দেখি আহিছে ; কিন্তু সামান্য স্বাৰ্থত জড়ি
হৈ খণ্ডহাল ব্ৰাহ্মণে বিচাৰত একপক্ষৰ পৰা ভেটী খা
কিছু লোকৰ অনিষ্ট সাধন কৰিবলৈ ধৰিছে। গতি
আপোনাৰ ওচৰত আমাৰ প্ৰাৰ্থনা যে, ৰাজ্যৰ মঙ্গ
বাবে ইয়াৰ উচিত বিচাৰ কৰি প্ৰজাক সন্তোষিত কৰিব
আমি প্ৰাৰ্থনা জনাওঁ।

চন্দ্ৰকুমাৰ—তোমালোকৰ সা-সম্পত্তি যি প্ৰকাৰে লাভ ক
পাৰা তাৰ ব্যৱস্থা কৰিবলৈ তোমালোকৰ ৰাজকুম
দৃঢ়প্ৰতিজ্ঞ। মনত ৰাখিবা, এই পুষ্পৱতীৰ মান-সম্ভ্ৰ
ভাল-বেয়া, যশ-গৌৰৱৰ জয়ধ্বজা তোমালোকৰ ওপৰতে
নিৰ্ভৰ কৰিছে। গতিকে, ক্ৰোধিক শান্তভাবে, শত্ৰু
মৈত্ৰীৰে আৰু অসাধুক সাধুতাৰে জয় কৰিব লাগি
এই মহা মন্ত্ৰত দীক্ষিত হৈ কৰ্ত্তব্য পথৰ পথিক হ
বুলি মোৰ বিশ্বাস। এতিয়া তোমালোকৰ নিজ নি
স্থানলৈ যোৱাঁ।

সকলোৱে—জয় চন্দ্ৰকুমাৰৰ জয়!

( জয়ধ্বনি দি দি এফালে প্ৰজাসকল
আনফালে চন্দ্ৰকুমাৰৰ প্ৰস্থান )

[ পট পৰে ]

—দ্বিতীয় দৃশ্য—

গাৱঁলীয়া আলিবাট।

[ এটা মোনাত এআৰি পকা কল ভৰাই লেতেৰা লাহে
লাহে আহি এজোপা গছৰ তলত জুপুকা মাৰি বহি
থাকে আৰু এটা মোনাত বাটি সহ পিঠাগুৰি
এগাল ভৰাই গৰখীয়াৰ সুৰত নাম গাই
গাই টেঁটেৰাৰ প্ৰবেশ ]

টেঁটেৰা— ( গীত )

"কাকনো কমে ঐ দুখৰে কাহিনী
কোনেনো পাতিব কাণ,
বামুণৰ কাণ্ড দেখিছো শুনিছো
কলেও নেথাকে প্ৰাণ।"

লেতেৰা—( জাপমাৰি ) হেৰ' টেঁটেৰা ভাইটি, তই গোৰ্দ্ধা
গীতটো আনে কাণ নেপাতিলেও মই হলে বাৰুৱে
শুনিলো পাই, বৰ মজাৰ গীত অ' বৰ মজাৰ গীত।
আৰু এটা গাচোন। ( নাচি দেখুৱাই ) এইদৰে পাক-
চেৰেক দি দিওঁ বাপেকে।

টেঁটেৰা—হেৰ' লেতেৰা কাই, তই যদি শুনিলি ভালেই হল
পিছে কাকো নকবি দেই। কব লাগিলে মোৰ পিনে
আধ্যা হবই, তোৰ ফালেও পৰালি পৰিব।

লেতেৰা—পৰালি পৰিবলৈ কাৰ পানীখোৱা পুখুৰীত বিহ ঢালি দিলো হোঁ? সেই ৰাজপুৰোহিত দালক আমুকাই ভয় কৰে বুলি ভাবিছ হবলা? মই তাকহে নেলাগে তাৰ ৰাপেক-মাকলৈও ভয় নকৰো। তোৰ যদি ইমানদাল ভয়েই, চিঞৰি মৰিছিলি কেলৈ?

টেতেৰা—নকবি পাই, সৌ ম'হজাক চক্‌খোৱাত কিবা এটা ওলাইছে বুলি সেই নামষাৰকে গাই পেলালো। পিছে যি হৈছে হৈছে, এই বৰ গছজোপাৰ তলতে বহোঁ আহ।

( দুখোজমান গৈ দুয়ো পিঠিয়াপিঠিকৈ বহে )

লেতেৰা—হেৰ' টেতেৰা, তই কেনেকুৱা মানুহ অ'? এইদৰে বহে জানো? মুখামুখিকৈ বহ। ( দুয়ো মুখামুখিকৈ বহি টেতেৰাই লেতেৰাক কাণে কাণে কিবা এটা কৈ দুয়োটাই পাৰেমানে হাঁহিবলৈ ধৰে। )

লেতেৰা—পুৰোহিতে ভেটী নেখায়ো যেনিবা খালেই তাতনো আমাৰ কি অপৰাধটো হ'ল? ভালহে হৈছে। আমি দুখীয়া ছালচিগা মানুহ যেতিয়া বামুণক দুখৰ-সুখৰ কথা বৰ্ণনা কৰি দুজনী গাই, এজনী ম'হ আধি পুহিবলৈ খুজি আনিম।

টেতেৰা—ভাল কথা কৈছ, বোলে "সাত পুৰুষত নাই গাই, কৰিয়া লৈ খিৰাবলৈ যায়।" তাৰ সিমানথিনি দয়া-মৰা থকা হলে সেই বাঁৰী কেইজনীক সেইথন নকৰিলেহেতেন। ৰ, এইবাৰ তাৰ গতি লাগিব বাপেকে।



লেতেৰা—হেৰ' এনে বেয়া মানুহটোৰ গতি লাগিব কেনেকৈ?

টেতেৰা—হেৰ' ইমান ডাঙৰ কথাটোও গম নেপাৱনে? যদি নেপাৱ ঘৰত কমগৈ বাৰু। ( মোনাটোলৈ আঙুলিয়াই ) পিছে মোনাত কি অ'? ( হাত ভৰাই ) অ এই আষি বৰ মজাৰ পকাকল দোথোন।

লেতেৰা—তোৰটোত একা? ( হাত ভৰাই ) আও, বৰ এগাল পিঠাগুৰি! ভালেই হ'ল, দে দে, মই কল খাওঁ, তই পিঠাগুৰি খা।

টেতেৰা—নহয়, তোৰ কল, মোৰ পিঠাগুৰি সানি-পুতকি খাইদিওঁ দে, এই দুটা পেট ভৰি যোৱাকৈ। ( টেতেৰাই কল বথলিয়াই লেতেৰাক দিয়ে; লেতেৰাই ফেনেকাফেনেকৈ সানি দুয়োটাই মোকোৰামোকোৰে খাবলৈ ধৰে )

লেতেৰা—( টেতেৰাৰ পিঠিত হাত বুলাই বুলাই ) তোৰ পিঠিটো বৰ চেপেটা পাই। কি পিঠি ঐ এইটো?

টেতেৰা—( নিজৰ পিঠিত হাত দি ) হেৰ' লেতেৰা কাই, মোৰ পিঠিটো চেপেটা নে তেপেটা বুলি পিঠা খোৱা হাতখন মুচি দিলি হবলা, এঠা এঠা লাগিছে একা! তই বৰ লেতেৰা মানুহ অ'।

লেতেৰা—হেঃ হেঃ তইনো কি চফাটো? কুমলীয়া বাঁহদালিৰ দৰে টেতেৰা পৰি শুকাই যোৱা গমপোৱা নাই হবলা?

টেতেৰা—( খঙেৰে ) হেৰ' তোৰহে বৰ বৰ কথাচোন!

লেতেৰা—তোৰনো কি সৰু কথা?

টেতেৰা—দিম একা !

লেতেৰা—বহাম একা !

( দুয়োটাই তৰ্ক বিতৰ্ক লাগি থকাৰ লগে লগে এটা কুঁকিত কিছুমান ফুল লৈ এজনী মালিনীৰ প্ৰবেশ ।

লেতেৰা—( দুখোজমান আগবাঢ়ি মনতে ) আও আজি মালিনী-জনায়ে ইমানবোৰ ফুল লৈ কলৈ যায়বা ? ( ফুটাই ) মালিনী বাই, আজি দেখোন তোমাৰ গতি-বিধি বেলেগ । বোলো কাৰবাক বৰিবলৈ যোৱানে কি ? পাৰা যদি মোকে বৰণ কৰাহি ।

মালিনী—থুই কটা, কবলৈ লাজো নালাগে, তোক বৰাতকৈ টেঁটুত চিপ্ দি মৰাই ভাল ।

লেতেৰা—হেৰ' পাখৰি, মোৰ নিচিনা এটা পালে ঠিয়ৈ ঠিয়ৈ স্বৰ্গখন ঢুকি পাবি বুলি বুজি পোৱা নাই হবলা ?

মালিনী—ইছ্ বৰ ডাঙৰ কথাটো—দিনে ৰাতিয়ে বুজ লৈ থাকিবলৈ । ৰ—কৈ দি যি কৰাম কৰাম ।

টেতেৰা—আমি হবলা নকম ?

মালিনী—কাক কিটো কৰাহে ?

লেতেৰা—ক'ম বোলো মালিনীয়ে মোৰ লগত··· ।

মালিনী—( খঙত অধীৰ হৈ ) বাৰু চাই থাক, ৰজা ঘৰলৈ যাবৰ পৰত বাটত আগভেটি এই বাৰেচুপতিথন কৰিবলৈ ধৰিছ ।



লেতেৰা—অ' ৰজাঘৰলৈ ? হেৰ' ভনীটি তোৰ হাততে ধৰিছো বেয়া নেপাবি । আজিৰপৰা চুপতি নকৰো । কাণ ধৰিছো । ( টেতেৰাৰ ফালে চাই ) এই অকৰা, তয়ো কাণ ধৰ । ( ধৰে ) পিছে মালিনী ইমানখিনি ফুল কাক দিবিগৈ কচোন ক দয়া কৰি !

মালিনী—আজি খণ্ডহাল বামুণৰ বিপক্ষে এখন ৰাজদৰবাৰ বহিব । তাৰ কাৰণে এই ফুল আনিছোঁ ।

লেতেৰা—ওঁ, বৰ ভাল কথা । সেই বামুণদালক ইমানতে দিহা নলগালে দেশখন তল-ওপৰ কৰিব । তুমি এতিয়া যোৱাঁ, আমাৰ কথা হলে নকবা দেই ।

[ হাঁহি হাঁহি মালিনীৰ প্ৰস্থান ]

টেতেৰা—লেতেৰা কাই, ৰজাঘৰলৈ যোৱাৰ পৰত তাইক জোকালি কেলেই হোঁ ? যদি কুমাৰক কৈ দিয়ে ?

লেতেৰা—বাৰেবাংকৰা কথা শুনিবলৈ কুমাৰৰ সময় ক'ত ? ভয় নকৰিবি । এতিয়া যাওঁ বল ; মহবোৰ কেনিবা যাবগৈ পাই ।

টেতেৰা—এৰা, মিছা নহয় । মহজাক বহুতদূৰ পালেগৈ । ঘূৰাই আনোগৈ ব'ল ব'ল । [ দুয়োৰো প্ৰস্থান ]

[ পট পৰে ]

---

## —তৃতীয় দৃশ্য—

ৰাজ কাৰেং

[ নিজ নিজ আসনত একৰাজ আৰু গৌতমী ]

একৰাজ—ৰাণী, কালিৰে পৰা ৰাজধানীত যি আনন্দৰ ৰোল উঠিছে বোধকৰো তুমিও শুনিছা।

গৌতমী—হয় প্ৰিয়তম, কালিৰে পৰা প্ৰজাৰ আনন্দ আদি হৰ্ষনাদত ৰাজধানী মুখৰিত হৈ উঠিছে।

( ৰাণীৰ কথাৰ লগে লগে এখন পত্ৰ লৈ দুজন দূতৰ প্ৰবেশ )

দূত—( ৰজাক সেৱা কৰি ) মহাৰাজ, দুৱাৰত কেইজনমান প্ৰজাই আপোনাৰ দৰ্শনাৰ্থে অপেক্ষা কৰি আছে। আৰু এইখন পত্ৰও দিছে। ( পত্ৰ দিয়ে )

একৰাজ—( মনে মনে পত্ৰ পঢ়ি ) ৰাণী, প্ৰজাৰ চহী সহ এই পত্ৰত লিখিছে—"খণ্ডহাল ব্ৰাহ্মণৰ কাৰ্য্য-কলাপত ৰাজ্যত অশান্তিৰ সৃষ্টি হৈছে; এই অশান্তিৰ জুই নুমাবৰ অৰ্থে বিচাৰ আসনত চন্দ্ৰকুমাৰক বহুৱাব লাগে। যদি সেয়ে নহয় তেন্তে তেওঁলোকে দলে বলে এটা অভূতপূৰ্ব্ব নাৰকীয় অভিনয় সৃষ্টি কৰিব"।

গৌতমী—নাৰকীয় অভিনয় সৃষ্টি কৰিব ?

একৰাজ—হয় ৰাণী, নিজ স্বাৰ্থ ৰক্ষাৰ্থে জনে জনে হাঁহিমুখে এক নাৰকীয় অভিনয় সৃষ্টি কৰিব।



গৌতমী—প্ৰিয়তম, যাৰ বংশৰ মানুহে পুৰুষানুক্ৰমে যি কাৰ্য চলাই আহিছে, তেনেজনৰ গুৰুকাৰ্য্য হঠাতে কুমাৰক অৰ্পণ কৰা মোৰ বিবেকে সমৰ্থন কৰা নাই।

একৰাজ—প্ৰজাৰ অভিমত বিনে দেশত শান্তি প্ৰতিষ্ঠা নহয় আৰু ব্ৰাহ্মণে দুয়োবিধ গুৰু কাৰ্য্য চলাবলৈকো অপাৰগ হৈ আহিছে। আনফালে প্ৰজাই ব্ৰাহ্মণক আজি শত্ৰু বুলিয়েই অভিহিত কৰিছে। গতিকে অলপ দিনৰ কাৰণে হলেও কুমাৰক বিচাৰৰ ভাৰ অৰ্পণ কৰি অবিলম্বে ৰাজ্যভা[ৰ] দিব লাগিব। ( দূতৰ প্ৰতি ) দূত, মোৰ দৰ্শনাৰ্থে বাহিৰ[ত] থকা প্ৰজাকেইজনক আহিবলৈ কোৱাঁগৈ যোৱাঁ আৰু শুনা চন্দ্ৰকুমাৰকো একে সংবাদ দিবা।

দূত—( সেৱা কৰি ) মহাৰাজৰ যি আদেশ।

( দূতে বেগাবেগিকৈ গৈ অলপ পৰৰ পিছতে তিনিজন প্ৰজা আৰু চন্দ্ৰকুমাৰক লগত লৈ ৰজাৰ সন্মুখত উপস্থিত হয়হি )

একৰাজ—বাছা চন্দ্ৰ, জানিব পাৰিছোঁ তুমি অতি সোনকা[লে] জটিল বিষয় মীমাংসা কৰি প্ৰজাক সন্তোষিত কৰিছা ?

চন্দ্ৰকুমাৰ—( নতজানু হৈ ) হয় পিতা, আপোনাৰ আশীৰ্ব্বাদ[ত] বহুত পুৰণি গোচৰ মীমাংসা কৰি ক্ষোভিত প্ৰজা[ক] সন্তোষিত কৰা হৈছে।

একৰাজ—তাৰ প্ৰমাণ ?

চন্দ্ৰকুমাৰ—( এখন পত্ৰ দি ) তাৰ প্ৰমাণ এই পত্ৰ আ[ৰু] উপস্থিত প্ৰজামণ্ডলীয়ে দিব।

একৰাজ—( মনে মনে পত্ৰ পঢ়ি ) ধন্য বাছা, প্ৰাণৰ পুত্ৰ মোৰ, তোমাৰ জীৱন সুখময় হওক। তোমাৰ কৰ্ত্তব্যনিষ্ঠা, বুদ্ধি-প্ৰখৰতাত মই অতি সুখী হৈছোঁ। ইয়াৰ বাবে তোমাক যথা সময়ত এক পুৰস্কাৰেৰে বিভুষিত কৰিম। মনত ৰাখিবা, মানৱ সেৱাই আমাৰ একমাত্ৰ সুখ-শান্তিৰ থলি। তুমি এতিয়া যোৱাঁ। (ৰজাক সেৱা কৰি চন্দ্ৰকুমাৰৰ প্ৰস্থান)

একৰাজ—( প্ৰজামণ্ডলীৰ প্ৰতি ) প্ৰজামণ্ডলী, চন্দ্ৰকুমাৰৰ সম্বন্ধে আপোনালোকৰ অভিমত কি ?

প্ৰজামণ্ডলী—( সকলোৱে ) মহাৰাজ, কুমাৰক বিচাৰৰ ভাৰ অৰ্পণ কৰাই আমাৰ একমাত্ৰ অভিমত।

একৰাজ—যদি চন্দ্ৰকুমাৰৰ ওপৰত বিচাৰৰ ভাৰ অৰ্পিত হলেই দেশত শান্তি হব বুলি ভাবিছে আৰু সেয়েই একমাত্ৰ অভিমত, তেন্তে অতি সোনকালে সেই গুৰুকাৰ্য্য সমৰ্পণ কৰা হব। আপোনালোকেও মনত ৰাখিব, মোৰ ৰাজ্যত চুৰি-ডকাইতি, ঠগ-প্ৰতাৰণা আদিৰ ঠাই নাই।

সকলোৱে—জয় মহাৰাজৰ জয় ! জয় পুষ্পৱতীৰ জয় ! !

( জয়ধ্বনি দি দি প্ৰজাসকলৰ প্ৰস্থান )

একৰাজ—( দূতৰ প্ৰতি ) দূত, কালিলৈ এখন ৰাজদৰবাৰ বহিব বুলি ৰাজ্যত ঘোষণা কৰি দিয়াগৈ যোৱাঁ।

দূত—( আঁঠুকাঢ়ি ) সম্ৰাটৰ যি আদেশ। ( দূতৰ প্ৰস্থান )

একৰাজ—ৰাণী, এইবিষয়ে বৃদ্ধ পিতা-মাতাকো জনাওগৈ ব'লা।

[ পট পৰে ] [ উভয়ৰে প্ৰস্থান ]

## —চতুৰ্থ দৃশ্য—

বিচাৰালয়।

[ খোটালিটোৰ একালে এখন তামুলীপিৰাৰ ওপৰত দুই এটা কাঠৰ বাকচ। বাকচৰ ওপৰত কেইখনমান খাটা বহী। নিজ নিজ আসনত একৰাজ আৰু চন্দ্ৰকুমাৰ। ৰজাৰ কাষত এজন দূত ঠিয় হৈ থাকে। এজন কাকতীয়ে খাতা পত্ৰবোৰ লুটিয়ালুটি কৰি থকা দেখা যায়। এনেতে খওহাল ব্ৰাহ্মণ ধীৰ মন্থৰ গতিৰে সোমাই আহে ]

খওহাল—মহাৰাজ !

একৰাজ—( নমস্কাৰ জনাই ) অ' পুৰোহিত, আহক, ( আসন দেখুৱাই দিয়ে )

খওহাল—আজি পিতা-পুত্ৰ সমন্বিতে ইয়ালৈ অহাৰ কাৰণ বুজিব পাৰোঁনে মহাৰাজ ?

একৰাজ—পুৰোহিত, ৰাজ্যৰ মঙ্গলৰ বাবে প্ৰজা আৰু অমাত্য বৰ্গৰ সন্মতিক্ৰমে বিচাৰৰ ভাৰ মোৰ পুত্ৰ চন্দ্ৰকুমাৰক অৰ্পণ কৰা হৈছে। বোধকৰোঁ এই বিষয়ে আপোনাকো জনোৱা হৈছিল।

খওহাল—( খঙেৰে ) বিচাৰৰ ভাৰ চন্দ্ৰকুমাৰক দিয়া হৈছে ?

একৰাজ—ক্ষান্ত হওক পূজাৰী, আপুনি এতিয়াও ৰাজপুৰোহিত ৰূপে প্ৰতিস্থিত ; আপোনাৰ মান সম্ভ্ৰম কোনো গুণেই লাঘৱ হোৱা নাই।

খণ্ডহাল—হব পাৰো ৰাজপুৰোহিত, কিন্তু—

একৰাজ—নকলেও হব, মই সকলো বুজিছোঁ পুৰোহিত।

খণ্ডহাল—আপুনি প্ৰজাৰ পিতা, ৰাজ্যৰ অধীশ্বৰ। মোৰ মুখলৈ চাই দেশৰ ভবিষ্যতৰ ফালে লক্ষ্য কৰি পুনৰ নিজ খোজলৈ ঘূৰি আহক মহাৰাজ!

একৰাজ—প্ৰলাপ নবকিব পুৰোহিত! ( চন্দ্ৰকুমাৰৰ প্ৰতি ) বাছা চন্দ্ৰ, তুমি তোমাৰ কৰ্ত্তব্য কৰি যোৱাঁ। ময়ো মোৰ কৰ্ত্তব্যলৈ যাওঁ।

চন্দ্ৰকুমাৰ—( সেৱা কৰি ) পিতা, আশীৰ্ব্বাদ কৰক।

একৰাজ—( গাত ধৰি ) দীৰ্ঘজীৱি হোৱা বাছা।

( ধীৰে ধীৰে উভয়ৰ প্ৰস্থান )

খণ্ডহাল—কুমাৰ, যদি তুমি ভবিষ্যত মঙ্গল কামনা কৰা ; তেন্তে স্ব ইচ্ছাই এই কাৰ্য্যৰ পৰা বিৰত হোৱা।

চন্দ্ৰকুমাৰ—( নমস্কাৰ জনাই ) গুৰুদেৱ, আপোনাৰ আদেশ ৰক্ষা কৰিব নোৱাৰি মই বৰ দুঃখিত।

খণ্ডহাল—( ক্ৰোধান্বিত হৈ ) কুমাৰ! কুমাৰ!!

চন্দ্ৰকুমাৰ—মই আপোনাৰ কোনো আপত্তি নুশুনো, নকব।

খণ্ডহাল—কুমাৰ, দেখাদেখিকৈ অপকৰ্ম্ম কৰিবলৈ গৈছা কিয় ?



চন্দ্ৰকুমাৰ—ই মোৰ কৰ্ত্তব্য।

খণ্ডহাল—কি, কি, তোমাৰ কৰ্ত্তব্য? জানানে ইয়াৰ পৰিনাম কি ?

চন্দ্ৰকুমাৰ—জানো, কিন্তু ইযে ৰাজ আদেশ, পিতাৰ হুকুম, তাক প্ৰাণ দিও ৰক্ষা কৰিব লাগিব।

খণ্ডহাল—বেছ, তেন্তে পিছত তাৰ প্ৰমাণ দেখুৱাম, কিন্তু তুমি স্বইচ্ছাই এই আসন পৰিত্যাগ কৰা হলে তোমাৰ মঙ্গল হলহেতেন। আজি তুমিও এই খণ্ডহালৰ লগত তুমুল সংগ্ৰামৰ প্ৰতিযোগীতা আহ্বান কৰিছা। যদিহে প্ৰকৃততে খণ্ডহালৰ ভাবধাৰা মহৎ আৰু ৰাজ্যৰ ভাল বেয়া বিচাৰ কৰিবৰ শক্তি তেওঁৰো আছে, ইয়াৰ বাবে শেষত তুমি আৰু ৰাজ্যৰ সকলোৱে অনুতাপ ভোগ কৰিব লাগিব। খণ্ডহালে স্বয়ং এই বিচাৰালয়ত মুক্তকণ্ঠে এই বাণী ঘোষণা কৰিছে যে, খণ্ডহালে পুনৰ আগৰদৰেই বিচাৰৰ গাদীত বহিব। যদিহে পাৰা তাৰ প্ৰতিকাৰ কৰিবলৈ সাজু হোৱা—ময়ো তাৰ বাবে প্ৰস্তুত হওঁগৈ।

( বেগেৰে খণ্ডহালৰ প্ৰস্থান )

চন্দ্ৰকুমাৰ—দেশৰ মঙ্গল আৰু শান্তিৰ কাৰণে, অন্তিমত নিৰ্ব্বাণ লাভৰ কাৰণে যাৰ বাণী যুগে যুগে পৃথিৱীৰ বুকুত প্ৰচাৰিত হৈ আহিছে, সেই শান্তিৰ সুধা স্বৰূপ পঞ্চশীলৰ নীতি মানি চলাই ব্ৰাহ্মণৰ প্ৰধান কৰ্ত্তব্য। যাৰ অন্নেৰে লালিত পালিত, যাৰ বস্ত্ৰেৰে বিভূষিত, তেনেলোক আজি কেনে অকৃতজ্ঞ! হে ভগবান, করুণাসিন্ধু দয়াময়! অকলঙ্ক

পুষ্পৰতীত কলঙ্কৰ দাবানল জ্বলাই ৰং চাবানেকি ?
( বিচাৰালয়ৰ কাষেদি এজন বৈৰাগীয়ে গীত গাই গাই গুচি যায়। গীত শুনি কুমাৰে নীৰৱে তলমূৰ কৰি থাকে। )

## বৈৰাগীৰ গীত

"উত্তিটেঠ্ নপ্পমজজেয্য ধম্মং সুচৰিতং চৰে,
ধম্মচাৰী সুখং সেতি অস্মিংলোকে পৰমহিচ।"

চন্দ্ৰকুমাৰ—( আচৰিত হৈ ) ই কি, কোনে এই বাণী উচ্চাৰণ কৰিছে ? অ' সেই করুণাময় ভগৱানৰ অমৃত বাণী ! হে ভগবান, আপুনি কৈছে—উঠা, এলেহুৱা হৈ নেথাকিবা, সদ্ধৰ্ম্মৰ আচৰণ কৰা। সদ্ধৰ্ম্মাচৰণ কৰা লোকে ইহলোক পৰলোক উভয়লোকতে সুখে বাস কৰে। নিশ্চয় ধৰ্ম্মচাৰী উভয়লোকতে সুখে বাস কৰে। ( দূতৰ প্ৰতি ) দূত, তুমি এতিয়া যোৱাঁ। ( দূতে সেৱা কৰে, দুয়োৰো প্ৰস্থান )

[ পট পৰে ]

---

## —পঞ্চম দৃশ্য—

গাৱঁলীয়া বাট

[ হাতত একোডাল লাঠি লৈ ইফালে সিফালে চাই চাই দুফালৰপৰা গেন্ধেলা আৰু কতিয়াৰ প্ৰবেশ ]

গেন্ধেলা—হেৰ' ভাগিন !

কতিয়া—কি অ' মোমাই।

গেন্ধেলা—এইবাৰহলে কিবা এটা হব দেই।



কতিয়া—হাঁ, কি কৈছ ? কাৰ কি হব ? এইবেইটা পেটভৰাকৈ খাবলৈ পাম জানো ?

গেন্ধেলা—ওঁ, তোৰ যে ভৰিবই তোৰ মাৰ বাপেৰৰো ভৰিব।

কতিয়া—হেৰ' ঘপহকৰে বাপেক মাকত নধৰিবি অ'।

গেন্ধেলা—কিদাল কৰিবি হোঁ ?

কতিয়া—কিনো নকৰিম হোঁ ?

গেন্ধেলা—দিম খুন্দিয়াই !

কতিয়া—দিম লগাই !

গেন্ধেলা—( অলপ বৈ ) হেৰ' ভাগিন, তই সচাঁকৈয়ে ঘাই কথাটোৰ সুংসূত্ৰকে নাপাৱ নেকি ?

কতিয়া—মোমাই, তোৰ মূৰটো খাবলৈকে মই একো নাজানো। কচোন ক কি হব ?

গেন্ধেলা—বাৰু, নাজান যদি কওঁ শুন,—আমাৰ মহাৰজাই খণ্ডহাল বামুণৰ গাদীখন চন্দ্ৰকুমাৰক দিয়াত বোলে পুৰোহিত-দালে দেশৰমানে মানুহখন গোটাই সীমান্তত থকা কিছুমান মানুহৰ ঘৰ-বাৰীত জুই লগাই দিবলৈ বুদ্ধি পাড়িছে।

কতিয়া—পাৰিবনে ?

গেন্ধেলা—ভাল কথা কৈছ, বামুণৰ যি হে বুদ্ধি ! কথাতে কয়—বোলে "পক্ষীৰ ভিতৰত কাউৰী, পশুৰ ভিতৰত বান্দৰ আৰু নৰৰ ভিতৰত বামুণ", এই কেইটাৰ পেট পোৱা টান, বব টান।

কতিয়া—হাঁ, কচোন ক মোমাই আৰু ক !

গেন্ধেলা—আমাৰ ৰজাৰ চাৰিজন পুত্ৰ, চাৰিগৰাকী কন্যা, চাৰি গৰাকী ৰাণী আৰু চাৰিজন সদাগৰসহ বহুতো নিৰীহ জীৱ জন্তুক বলি দিব।

কতিয়া—মই যদি সেনাপতি হলোহেঁতেন, তাৰ মাকৰ সাতখন বিয়া দেখুৱালোহেঁতেন।

গেন্ধেলা—বাৰু তই যেনিবা সেনাপতি হলিয়েই, এই ক্ষুদ্ৰ কায়টিৰে তাক কিবা এটা কৰিব পাৰিম বুলি ভাবিছ হবলা ?

কতিয়া—হেৰ' মনৰহে কথা ব'লছোন তাক এই কেইদাল লাঠিৰে টঙনিয়াই সিপুৰি পোৱাই দিওঁ।

গেন্ধেলা—ভাগিন, যুদ্ধ কৰাৰ দৰে তই অস্ত্ৰ-শস্ত্ৰ চলাই পাইছিলি জানো কৰবাত ?

কতিয়া—নেপালেও আমি দুয়ো শিকি লওঁ দে।

গেন্ধেলা—হেৰ' খং-বিষ নুঠিলে কেনেকৈ যুদ্ধখন কৰিবি হেঁা ?

কতিয়া—মই তোৰ খং উঠাকৈ গালি পাৰো। তাৰ পিছত মোক গালি পাৰিবি ( জঁাপ-ডেও মাৰি ) তেতিয়া এইদৰে যুদ্ধ কৰিব পাৰিম।

গেন্ধেলা—এৰা ঠিক কথা কৈছ দেই, দে, দে, খৰকৈ পাৰ।

কতিয়া—কুকুৰ মোমাই, ইমান পালিহিনে ? ( অলপ বৈ ) হেৰ' মনে মনে থাকিলিচোন, খং উঠিছেনে নাই ?

গেন্ধেলা—( টলকা মাৰি ) ওঁহো, কুকুৰ মোমাই বুলি গালি পাৰিলে কি খংখন উঠিব হেঁা ?

কতিয়া—বাৰু ৰ, এইবাৰ বাৰুকৈ পাৰিম। ( টানকৈ ) চেলা কুকুৰৰ পুতেক, ইমান পালিহিনে ? ( অলপ বৈ ) এইবাৰ একা ?



গেন্ধেলা—( অলপ বৈ ) অলপ অলপ উঠা যেন লাগিছে পিছে বুজিবহে পৰা নাই। অলপ টানকৈ পাৰচোন !

কতিয়া—( খুব টানকৈ ) ধেৎ ! কটা যোৱা—

গেন্ধেলা—( চক্ খাই ) ধেৎ ! চক্ খাই যোৱাকৈ নহয় অ' ! আন ধৰণে পাৰ।

কতিয়া—ওঁহোঁ, নহব আৰু তোক টানকৈ পাৰিলেও উচাপ্ খাৱ যেতিয়া কেনেকৈ পাৰিম হেঁা ? তেন্তে তই মোক পাৰ দে।

গেন্ধেলা—( মনতে ) ছেঃ কেনেকৈ পাৰো ? ( ফুটাই ) হে'ৰ ভাগিন, কেনেকৈ গালি পাৰিব লাগে হেঁা ? শিকাই দেচোন, দে।

কতিয়া—হেঃ হেঃ মোমাই আমাৰ খং উঠা হ'ল আৰু এনেয়ে যুদ্ধ কৰি চাওঁ দে।

গেন্ধেলা—এৰা হয়, দে তেন্তে।

( দুয়োটাই লাঠি ঘুৰাই-পকাই যুদ্ধ কৰিবলৈ ধৰে। অলপ পৰৰ পাচতে কতিয়াই উফাল খাই পৰোতেই গেন্ধেলাই হেচা মাৰি ধৰে। )

কতিয়া—এৰি দে ঔ, মৰিলো ঔ—।

( গেন্ধেলাই এৰি দিয়াত ইটোৰ মুখলৈ সিটোৱে চোৱা-চুই কৰি পাৰেমানে হাঁহিবলৈ ধৰে। )

কতিয়া—মোমাই, যুদ্ধখন ঠিকেই হৈছে নহয় জানো ?

গেন্ধেলা—কবলৈ বাকী নাই, এতিয়া ব'ল বামুণদালক দিহা লগাই তই সৰু জনাক আৰু মই ডাঙৰ জনীক, নহব জানো ?

কতিয়া—( জাপ এটা মাৰি ) তই ঠিক কথা কৈছ মোমাই ! ব'ল, মাখি পৰিলে দুডোখৰ হোৱাকৈ দা কেইখন ধৰাই লওঁগৈ ।

গেন্ধেলা—ব'ল ব'ল বেগাই ব'ল ( প্ৰস্থান )

—আঁৰ কাপোৰ—

—):*:(—

# দ্বিতীয় অঙ্ক

## —প্ৰথম দৃশ্য—

ৰাজ কাৰেং

[ একৰাজে এখন আসনত বহি খণ্ডহাল ব্ৰাহ্মণলৈ অপেক্ষা কৰি থাকে। অলপ পৰৰ পিছতে ধীৰে ধীৰে খণ্ডহাল ব্ৰাহ্মণৰ প্ৰবেশ । ]

খণ্ডহাল—মহাৰাজ ।

একৰাজ—অ' পুৰোহিত আহিলে ? বহক ।

খণ্ডহাল—( বহি ) মহাৰাজ, মোক আহ্বান কৰাৰ সবিশেষ কি ?

একৰাজ—আপোনাৰ লগত এটা অত্যাৱশ্যকীয় পৰমাৰ্শ আছে ।

খণ্ডহাল—কওক কি পৰামৰ্শ ?

একৰাজ—গত ৰাতি মই এক সপোন দেখিলো, যি সপোন জীৱনত কোনো দিনেই দেখা নাছিলো ।

খণ্ডহাল—জীৱনত নেদেখা সপোন দেখিলে ?

একৰাজ—হয় পুৰোহিত, সেই সপোন কেনেকৈ দিঠকত পৰিণত কৰিব পাৰো তাৰ বিষয়ে আলোচনাৰ্থে আপোনাক আহ্বান কৰা হৈছে ।

খণ্ডহাল—কওক মহাৰাজ, সপোনৰ বিৱৰণ কি ?

একৰাজ—সোণ-ৰূপ, হীৰা-মুকুতা খচিত, ষাঠি যোজন বিস্তৃত, অযুত যোজন উচ্চতম্ অতি শোভাযুক্ত এক বৈজয়ন্ত

প্ৰাসাদ, সেই প্ৰাসাদৰ অভ্যন্তৰত শত-সহস্ৰ অপেশ্বৰীৰ সুমধুৰ গীতেৰে মুখৰিত প্ৰাসাদ, প্ৰাচীৰ সৌমদ ৰতন ৰঞ্জিত সদৃশ্য সেন্দুৰীয়া আলিবাট, নীল, শুভ্ৰ পদ্ম আদি পাৰিজাত ফুলৰ মৃদু সৌৰভে মন প্ৰাণ আকৃষ্ট কৰা উদ্যান, 'যাক ত্ৰয়োত্ৰিংশৎ' নামৰ ইন্দ্ৰপুৰী বোলা হয়! সেই অপূৰ্ব্ব নগৰীৰ অপেশ্বৰীসকলে তাত জন্ম লবলৈ মোক কাতৰ আহ্বান জনাইছে।

খণ্ডহাল আপোনাক তাত জন্ম গ্ৰহণ কৰিবলৈ কাতৰ আহ্বান জনাইছে?

একৰাজ—হয়, মোক জন্ম লবলৈ বিশেষ ৰূপে আহ্বান জনাইছে।

খণ্ডহাল—(অলপ ভাবি) ৰাজন আপুনি ভাগ্যবান, গতিকে এনে মঙ্গলদায়ক সপোন দেখা পালে।

একৰাজ—মঙ্গলদায়ক! কেনেকৈ আৰু কি কাৰ্য্য কৰিলে সেই অপূৰ্ব্ব ঠাইত জন্ম গ্ৰহণ কৰিব পাৰিম সেই বিষয়ে বৰ্ণনা কৰক পুৰোহিত!

খণ্ডহাল—সেই দুৰ্লভ বাঞ্ছা পূৰণাৰ্থে অসাধ্য সাধন কৰিব লাগিব; কিন্তু তাৰ বিষয়ে ভাবিবলৈ সময় দিয়ক মহাৰাজ!

একৰাজ—আপুনি মহান, আপুনি জ্ঞানী। এই বিষয়ে সবিশেষ বৰ্ণনা কৰি কৃতাৰ্থ কৰিব পুৰোহিত!

খণ্ডহাল—মহাৰাজৰ যি আদেশ, এতিয়া আপোনাৰ আজ্ঞা হলে মই যাব পাৰো।

একৰাজ—অলপ অপেক্ষা কৰক পুৰোহিত! দক্ষিণা লৈ যক।



খণ্ডহাল—দক্ষিণা? পাচত হব মহাৰাজ! এতিয়া মই যাওঁ।

(খণ্ডহাল ব্ৰাহ্মণৰ প্ৰস্থানৰ লগে লগে দূৰত গীতৰ ধ্বনি শুনি ৰজাই তলমূৰ কৰি থাকে)

**নেপথ্যত গীত**

কিয়নো কৰিছ মিছা কল্পনা
কিহলৈ কৰিছ পণ?
মাজ কঁপালতে দংশন কৰিব
তোৰ যি আপোন জন।

একৰাজ—(বিস্মিত হৈ) আকাশত কাৰ কণ্ঠস্বৰ? মই যাক আপোন বুলি বিবেচনা কৰিছোঁ সি মোক ধ্বংস কৰিব? পুষ্পৱতী ৰাজ্যৰ একমাত্ৰ ৰজা মই, মোক ধ্বংস কৰিবলৈ কাৰ সাধ্য? অসম্ভৱ, নিয়তীৰ নিৰ্দ্দেশ মানিব নোৱাৰো। পুৰোহিতে কৈ গৈছে সেই সপোন অতি মঙ্গলদায়ক! তাত আৰু বিপদ ক'ত? দেখা যাওক, নিয়তীৰ কি প্ৰহেলিকা? (ৰজাৰ কথাৰ লগে লগে উদ্বিগ্ন হৈ মহাৰাজ! মহাৰাজ!! বুলি বেগে গৌতমী ৰাণীৰ প্ৰবেশ)

একৰাজ—(দুখোজমান আগবাঢ়ি) ক্ষান্ত হোৱা ৰাণী, তোমাৰ হল কি? কিয় ভয় কৰিছা? ভয়ৰ কোনো কাৰণ নাই।

গৌতমী—প্ৰিয়তম, মই অন্তেষপুৰৰ পৰা ওলাই আহোঁতেই "ৰাণী! ৰাণী!! সাৱধান অতি সাৱধান" বোলা এটা বিকট ধ্বনি শুনিলো।

একৰাজ—"সাৱধান' বোলা বিকট ধ্বনি শুনি ভীত হৈছা ৰাণী?

গৌতমা—কেৱল সেয়ে নহয় প্ৰাণনাথ। কেইখোজমান আহোঁতেই এটা বিষাল ফেটি সাপেও তিনিবাৰ অগা-ভেটা কৰি নিমিষতে অন্তৰ্দ্ধান হ'ল। উস্ কি বিপদৰ সঙ্কেত।

একৰাজ—( মনতে ) একেই বিপদ সঙ্কেত, অন্তেষপুৰত সঙ্কেত আৰু বিষাল সৰ্পৰ আবিৰ্ভাৱ ফুটাই ) ৰাণী, স্থিৰ হোৱা, ভয়ৰ কোনো কাৰণ নাই। ময়ো তেনে বাণী এই মাত্ৰ শুনিছিলো।

গৌতমী—আপুনিও সেই একেই বাণী শুনিছিল ?

একৰাজ—হয়, কিন্তু তাৰ বাবে সঙ্কোচিত হোৱা নাই ৰাণী ! ভগবানে আমাক বিপদগ্ৰস্ত কৰি ৰং নেচায়, যি দিনা ৰাজসিংহাসনত অধিৰূঢ় হলো—সেই দিনাৰে পৰা যথাধৰ্ম্ম প্ৰজাক পালন কৰি আহিছো। প্ৰজাৰ সুখ-শান্তি কামনা কৰাই ৰজাৰ প্ৰধান কৰ্ত্তব্য। বোধকৰো মই এতিয়ালৈকে সেই কৰ্ত্তব্যৰ পৰা বিচলিত হোৱা নাই। কিন্তু সংসাৰথন যে লাভ-অলাভ, যশ-অযশ, নিন্দা-প্ৰশংসা আৰু সুখ-দুঃখ এই আঁঠ প্ৰকাৰৰ লোক ধৰ্ম্মৰ অধীন। তাৰ বাবে অধীৰ হোৱা অনুচিত।

গৌতমী—প্ৰিয়তম, আপোনাৰ সুশাসনৰ ফলত দেশ নদন-বদন হৈ উঠিছে ; তাৰ বাবে আপোনাৰ গুণ গান সকলোৱেই গাব লাগিছে। কিন্তু কোনো দিনা নেদেখা-নুশুনা অমঙ্গলীয়া কাণ্ড ঘটাতহে মোৰ মন প্ৰাণ তেনেই বিহ্বল হৈ উঠিছে। কোনোবাই কাণে কাণে কৈছে যেন "যাক তোমালোকে আপোন বুলি বিবেচনা কৰিছা সি অতি সোনকালে কাল সৰ্পৰ দৰে মাজ তালুত দংশন কৰিবলৈ অপেক্ষা কৰিছে।"



একৰাজ—সেই চিন্তাত ইমান ব্যাকুল কিয় ? শুনা, মই পুৰোহিতক আহ্বান কৰিছোঁ। তেওঁ আহি সকলো কবহি।

গৌতমী—পুৰোহিতক আহ্বান কৰিছে ?

একৰাজ—মই গত ৰাতি এক অপূৰ্ব্ব সপোন দেখিছিলো। সেই সপোনৰ কাৰণ জ্ঞাতাৰ্থে আজি তেওঁক আহ্বান কৰা হৈছে।

গৌতমী—আপুনি এক অপূৰ্ব্ব সপোন দেখিছিল ?

একৰাজ—হয় ৰাণী, দেখিছিলো। তাক কক্ষত তোমাৰ আগতো ব্যক্ত কৰোগৈ ব'লা।

( যাবলৈ উদ্যত হয়, এনেতে এজন বৈৰাগীয়ে এটা গীত গাই গাই উভয়ৰ সন্মুখেদি গুচি যায়। গীত শুনি দুয়ো স্তম্ভিত হৈ তলমূৰ কৰি থাকে। )

## বৈৰাগীৰ গীত

ধৰ্ম্ম অধৰ্ম্ম নহয় সমান
কৰ্ত্তব্যৰ অসীম তান ;
শত বিপদত ৰক্ষা পৰিবা
গালেই তেওঁৰ চৰণ গান।

গৌতমী—( আচৰিত হৈ ) ই কি প্ৰাণনাথ ?

একৰাজ—( হাঁহি হাঁহি ) ৰাণী, এইবোৰ দেৱতাৰ অসীম লীলা খেলা। ধৰ্ম্মনিষ্ঠা, চৰিত্ৰবানলোকৰ শত বিপদ-আপদ আপোনাআপুনি আঁতৰি যায়। আমি জগতৰ এই অপৰিহাৰ্য্য নীতিত বাট বুলি যাব লাগিব আৰু তাৰ প্ৰকৃত মৰ্ম্ম বুজিব লাগিব। সেয়েই আমাৰ সংসাৰ পিচল বাটৰ একমাত্ৰ সম্বল। এতিয়া অন্তেষপুৰলৈ যাওঁ ব'লা।

( ধীৰে ধীৰে উভয়ৰ প্ৰস্থান )

**[ পট পৰে ]**

---

## — দ্বিতীয় দৃশ্য —

ফুলনিৰ একাংশ।

[ মূৰত জাপি আৰু এটা মোনাত কিছুমান ফুল ভৰাই গেন্ধেলাৰ প্ৰবেশ ]

গেন্ধেলা—আও কটা, মালী হলো বুলি দিনে ৰাতিয়ে কিমান কাম কৰিম অ'? এই গছজোপাৰ ছাঁতে অলপ জিৰাই লওঁ। ( জাপিটো থৈ বহে আৰু মোনাৰ পৰা ফুল এধাৰ হাতত লৈ ) এইধাৰ বৰ মজাৰ ফুল। মালিনী-জনী আহিলে পিন্ধাই এপৰমান ৰং তামচা কৰি লম বাপেকে। এই ডেকাকালটোতে ধেমালি-তামচা নকৰি কৰিম কেতিয়া ? তাইৰ কাৰণেই মালী কামত সোমালোঁ। যদিহে তাইক কেনেবাকৈ হাত কৰিব নোৱাৰো, তেন্তে



গেন্ধেলাৰ গেঠেলাই লাগি থাকিব লাগিব। ( অলপ ৰৈ ) আঃ তাই এতিয়াও নাহিল! চাওঁচোন আহিছেইবা;

( দূৰলৈ চাই থাকে, এনেতে পেটত এসোপা কাপোৰ বান্ধি সগৰ্ভা নাৰীবেশে ধীৰে ধীৰে কতিয়াৰ প্ৰবেশ )

গেন্ধেলা—( মনতে ) আই ঐ দেহি, আজি দেখোন মালিনী জনী বৰ গহীন গম্ভীৰ ভাবে আহিছে। ( ফুটাই ) মালিনী ভনীটি, আজি দেখোন গঢ় গতি বেলেগ। বোলো কাৰবাৰ লগত— ?

কতিয়া—( মাইকী মাতেৰে ) তই মোৰ আশা এৰিলো বুলি কোৱাত কতিয়াৰ ফালৰপৰা যি হৈছে হৈছে আৰু--

গেন্ধেলা—( কঁপালত থপিয়াই ) হাঁ, কি কলি? মই তোৰ মূৰটো খাবলৈকে সেইদৰে কোৱা নাছিলো। হেৰ' মালিনী, তোৰ হাততে ধৰিছোঁ। ( হাতত ধৰিব খোজে, কতিয়াই অলপ আঁতৰি যায় তুখোজমান আগবাঢ়ি ) হাতত ধৰিবলৈ নিদিয় যদি ভৰিতে ধৰো দে। ( ভৰিত ধৰিবলৈ যায় )

কতিয়া—( তুখোজমান আঁতৰি ) হেৰ' মালি কাইটি, আনৰ গৃহিণীৰ হাত-ভৰিত ধৰা কথা বাদেই বেয়া মনেৰে চাবই নেপায় নহয়।

গেন্ধেলা—সৰ্ব্বনাশ! তেনে নিৰাশ কথা কৈ মোক জীয়াতে নামাৰিবি। বোলো বেয়া মনেৰে তোক চুপতি কৰা নাই— পূৰাপূৰি আগৰ মনেৰেই।

কতিয়া—সঁচা আগৰ চেনেহ-বেথাৰে, পিছে মোৰ অৱস্থা কি হল চাচোন চা, গ্ৰহণ কৰিবলৈ ভাল পাবি জানো ?

গেন্ধেলা—ভাল কথা কৈছ, তোৰ মনটো ঘূৰালেই মই ঠিয়ৈ ঠিয়ৈ স্বৰ্গখন ঢুকি পোৱাদি পাম।

কতিয়া—থৈ দে, সিমানখিনি মৰম-চেনেহ থকা হলে কাহানিবাই মোৰ হাতত কিবাকিবি এটা দিলিহেতেন।

গেন্ধেলা—( জেপৰ পৰা আঙঠি এটা উলিয়াই জাপ এটা মাৰি ) আইঐ দেহি মোৰ মালিনীজনীনে কোন ? মোৰ প্ৰাণৰো প্ৰাণ অতি প্ৰাণ, এইটো আঙঠি হোঁ, আহ পিন্ধাই দিওঁ।

( গেন্ধেলাই আঙঠি পিন্ধাবলৈ হাতত ধৰোতেই কতিয়াই মূৰৰ ওৰণীখন পেলাই দি পাৰেমানে হাঁহিবলৈ ধৰে )

গেন্ধেলা—হেৰ কতিয়া ভাগিন, তই মোক ইমানদৰে অপমান কৰিব পাৰনে ?

কতিয়া—এঃ মোমাই, এইটোও সুধিবলগীয়া কথানে ? বোলো এই চেঙেলীয়া কালতে ৰং-তামচা নকৰিলে কৰিবি কেতিয়া ? আজি অলপ আজৰি পাইছো বুলিহে এইখন কৰিছোঁ। হেৰ' মোমাই বেয়া-চেয়া নেপাবি দেই। এই কাণ ধৰি কৈছো আজিৰ পৰা এনে কাম নকৰো আৰু।

গেন্ধেলা—বেয়া নেপাওঁ বাৰু, পিছে মালিনীজনীৰ খবৰ পাৱনে ?

কতিয়া—ওঁ পাওঁতো, আজি কেইদিনমানৰ পৰা তাই বাহিৰলৈকে ওলাব পৰা নাই।

গেন্ধেলা—হাঁ, বাহিৰলৈকে ওলাব পৰা নাই ? কোনোবাই কিবা কৰিলেনে কি ?



কতিয়া—হওঁতে কোনেও একো কৰা নাই, জ্বৰ হৈ পৰি আছে।

গেন্ধেলা—( নিজে নিজে ) এৰা, সেয়েহে ইয়ালৈ অহা নাই। হেৰ' কতিয়া ভাগিন, পিছে জ্বৰ টান বিধৰ নে ঢিলা বিধৰ ? ক চোন ক।

কতিয়া—মোমাই, টান বিধৰেই, কি হয় তোৰ ভাইগেহে জানে।

গেন্ধেলা—ভাগিন, তেন্তে তই কাম কৰ, মই তাইৰ ওচৰৰ পৰা পাক এটা মাৰি অহোঁগৈ।

( গেন্ধেলাই মোনাটো লৈ লৰ মাৰে )

কতিয়া—( ইফালে সিফালে চাই ) এইটো মালিনীজনীৰ কাৰণে ইমান বলিয়া হব পায়নে বাৰু ? তাইৰ কৰবাত কিবাটো হব লাগিলে সি জীয়াই জীয়াই মৰিব ঐ জীয়াই জীয়াই মৰিব। উস্ কটা, তাইৰ মোহত সি জাপিটোও এৰি থৈ গ'ল। তাক কিবা আহুদি খুৱালে দেই।

( কতিয়াই জাপিটো লৈ এফালে গুচি যায় আৰু আনফালৰ পৰা চিন্তিত মনেৰে খণ্ডহাল ব্ৰাহ্মণৰ প্ৰবেশ )

খণ্ডহাল—একৰাজে বিচাৰ ভাৰৰ পৰা মোক চ্যুত কৰিছে, কিন্তু মই তাক এৰিব নোৱাৰো। তেওঁ যি সপোনৰ বিধান বিচাৰিছে, তাৰ প্ৰতিকাৰ নৰমেধ যজ্ঞ। মই অনভিজ্ঞ, চন্দ্ৰকুমাৰ অভিজ্ঞ। আজি অভিজ্ঞই অনভিজ্ঞৰ হাতত জীৱন পাত কৰিব লাগিব। ব্ৰাহ্মণ মই, ভবিষ্যত দিনবোৰ এনেদৰে ভাগ্যহীন হৈ কটাম কিয় ? এতিয়া অপেক্ষা কৰিবৰ সময় নাই। ৰজাক সপোনৰ মৰ্ম্ম ব্যক্ত কৰি, নৰ-

শোনিতেৰে ধৰণী কলঙ্কিতা কৰি, ব্ৰাহ্মণৰ ব্ৰাহ্মণত্ব ৰক্ষা কৰোগৈ—হাঃ হাঃ হাঃ।

[ গীত গাই গাই এজন সাধকৰ প্ৰবেশ ]

## গীত

নিজৰ ফান্দতে নিজেই পৰিবা
নিদিবা জীৱন বলি,
সামান্য স্বাৰ্থত বলিয়া নহবা
জীয়া জুই আছে জ্বলি।

খণ্ডহাল—শুনা সাধক, মোৰ কাৰ্য্যত বাধা দি তুমি যি শত্ৰুতা আচৰণ কৰিছা, তাৰ পৰিণাম কি জানা ?

সাধক— জানিছো বুজিছো তাকেহে কৈছো
ভৱিষ্যতৰ ফালে চাই,
বিৰত নহলে সবংশে মৰিবা
সকলো হেৰাব হায়।

খণ্ডহাল—কি, আকৌ একে কথা ? মই বিৰত হব লাগে ? মই কোন প্ৰকৃতিৰ মানুহ বুজিব পৰা নাই তুমি ?

সাধক— বিতংকৈ বুজিছো সেয়েহে কইছো
মিত্ৰক কৰিলে নাশ,
তুমি যে মৰিবা ৰজাও মৰিব
কাক লৈ কৰিবা বাস।

খণ্ডহাল—( খঙেৰে ) সাৱধান ত্যাগী ! যদিহে তোমাৰ মঙ্গল কামনা কৰা, তেন্তে এতিয়াই এই মুহূৰ্ত্ততেই ইয়াৰ পৰা আঁতৰি যোৱাঁ।



সাধক— আঁতৰি যামগৈ অজান দেশলৈ
তুমিও আঁতৰি যোৱাঁ ;
জুইৰে হেতালি নোৱাৰা খেলিব
মোৰে উপদেশ লোৱাঁ।

( গীত গাই গাই সাধকৰ প্ৰস্থান )

খণ্ডহাল—আজি পুষ্পৱতী ৰাজ্যৰ সকলোৱেই মোৰ শত্ৰু। বাটে-ঘাটে সকলোতে মোৰ দুৰ্ণাম চৰ্চ্চা। সৌ সিদিনা সামান্য বাটৰুৱা দুটাইও যি অপমান কৰিলে, তাক জীৱনত কোনো দিনেই নাপাহৰো। আজি পুনৰ একে অপমান, একে লাঞ্চনা। বাটৰ ভিকহু এটায়ো মোক উপহাস কৰিবলৈ প্ৰয়াস পাইছে। এনে তিৰস্কাৰ, এনে অপমান যাৰ দ্বাৰাই ঘটিব ধৰিছে, তাক যদি বাঘৰ দৰে শোণিত পিব নোৱাৰো, তেন্তে চিৰদিনলৈ এনে অপমান, এনে ভৎসনা ভোগ কৰিব লাগিব। মই আৰু খন্তেকো অপেক্ষা কৰিব নোৱাৰো—বাঘৰ দৰে শত্ৰুৰ ওপৰত জাপ দি হিংসাৰ বহ্নি চৰিতাৰ্থ কৰোগৈ। পাষাণৰ হিয়া নিৰ্ম্মাণ কৰি শত্ৰুৰ ওপৰত জপিয়াই তাণ্ডৱলীলা সৃষ্টি কৰোগৈ। সেই সৃষ্টিৰ স্তৰে স্তৰে জগতক বুজাম, জগতক দেখুৱাম এই তিৰস্কাৰৰ পৰিণাম কি ?

( বিদ্ৰূপ হাঁহিমাৰি হাঃ হাঃ হাঃ বেগে প্ৰস্থান )

**[ পট পৰে ]**

## —তৃতীয় দৃশ্য—

### শয়ন কক্ষ

( ৰাতি অৱসান প্ৰায়। টিমিকৢটামাকৃকৈ এটা প্ৰদীপ জ্বলি থাকে। চিন্তিত অৱস্থাত শয্যাত একৰাজ, দূৰৈৰ পৰা এটি করুণ সুৰ ভাঁহি আহে। একৰাজৰ মুখত ব্যাকুলতাৰ ভাব ফুটি উঠা দেখা যায়। )

একৰাজ—( শয্যাত বহি ) শাস্ত্ৰত কৈছে—

"চিন্তনীয় নহয় যিটো নকৰিবা চিন্তা।
ভাৱনীয় নহয় যিটো নকৰিবা ভাবনা॥
সদ্ধৰ্ম্ম সুন্দৰ ৰূপে কৰিবা অৰ্জ্জন।
তাতেই সুখত হয় জীৱন যাপন॥

কিন্তু, আজি মই যি চিন্তাত অধীৰ হৈছো সি মোক ক'ৰবালৈ লৈ যাবনে কি? যি সপোন দেখিছিলো, সেই সপোন দিঠকত পৰিণত কৰিবলৈ মই ইমান ব্যাকুল হোৱা কিবা অন্যায় হৈছেনে কি? পুৰোহিতে কলে, সেই সপোন মঙ্গলদায়ক, তেন্তে তাৰ বাবে অধীৰ হোৱা মোৰ পক্ষে শোভা নাপায়। অচিৰে কৰ্ম্ম সাধন কৰি এই চিন্তাৰ মধিমূৰ কৰিম।

( এজন দুৱৰীৰ প্ৰবেশ )

দুৱৰী—( ৰজাৰ চৰণত পৰি ) মহাৰাজ! ৰাতিৰ দ্বিতীয় যামতেই সিংহ দুৱাৰত পুৰোহিত উপস্থিত:



একৰাজ—দুৱৰী, ততালিকে আহিবলৈ কোৱাঁগৈ যোৱাঁ।

( দুৱৰীৰ প্ৰস্থান, অলপ পৰৰ পিচতেই খণ্ডহাল ব্ৰাহ্মণ ভিতৰলৈ সোমাই আহে। )

খণ্ডহাল—মহাৰাজৰ জয় হওক।

একৰাজ—পুৰোহিত, আপুনি পুৱাতে অহাত মই বৰ সন্তোষ পালো। বহক আসন প্ৰস্তুত:

খণ্ডহাল—মহাৰাজ!

একৰাজ—কওক পুৰোহিত, মই কেনেকৈ স্বৰ্গাৰোহণ কৰিব পাৰো? উস্!

খণ্ডহাল—ক্ষান্ত হওক মহাৰাজ! আপুনি স্বৰ্গাৰোহণৰ বাবে অতি ব্যগ্ৰ হৈ পৰিছে?

একৰাজ—হয় পুৰোহিত, সেই চিন্তাতেই মই ব্যগ্ৰ হৈ পৰিছো। কি প্ৰকাৰে সেই দুৰ্ল্লভ স্থান লাভ কৰিব পাৰো, তাৰ উপায় বৰ্ণনা কৰি মোক শান্তি দিয়ক।

খণ্ডহাল—মহাৰাজ! শত সহস্ৰ ঋষি মুনিয়ে সাংসাৰিক সুখ-সম্ভোগ পৰিহাৰ কৰি প্ৰকৃতিৰ নিৰ্জ্জন গুহাত আশ্ৰয় লৈ আজীৱন যোগ ধ্যান কৰিও জীৱিত অৱস্থাৰে স্বৰ্গলাভ কৰিব পৰা নাই; তেনে স্থান কেনেকৈ লাভ কৰিব পাৰি সেই বিষয়ে মহাৰাজেই এবাৰ ভাবি চাওক, সি কিমান কঠিন।

একৰাজ—অৱশ্যে কঠিন, কিন্তু সেই কঠিনকো সহজ কৰি কৰ্ত্তব্যৰ পথত আগবাঢ়ি যোৱাটোহে মানুহৰ কৰ্ত্তব্য।

ভাবি চাওক, জগতত নাই কি? ভাল-বেয়া, সুখ-দুঃখ সকলো আছে। সেই সুখ-দুঃখৰ মাজতো যি হিমাল সদৃশ অচল-অটল হৈ নিজ কৰ্ত্তব্যত বাট বুলি গৈছে তেওঁলোকেই কৰ্ত্তব্যনিষ্ঠা মানৱ। আপুনি এজন বেদজ্ঞ ব্ৰাহ্মণ, আপোনাৰ নিৰ্দ্দেশ, আপোনাৰ বিধান সাৰোগত কৰা আমাৰ কৰ্ত্তব্য। গতিকে আপুনি নিঃসঙ্কোচে বেদৰ মৰ্ম্ম ব্যক্ত কৰক।

খণ্ডহাল—মহাৰাজ! আপুনি যি হিচাবে মোক সন্মান কৰি বেদৰ বিধান বিচাৰিছে, তেনে গুৰুকাৰ্য্য সম্পাদন কৰিব সঙ্কল্প কৰক, নহলে—।

একৰাজ—পুৰোহিত! মোৰ স্বৰ্গাৰোহণৰ অভিনয় অন্ত নোহোৱা লৈকে ৰাজ্য, ধন কিম্বা সৰ্ব্বস্ব ত্যাগ কৰিবলৈ ম হিমালয়ৰ দৰে অটলৰ অচৰ, দৃঢ়প্ৰতিজ্ঞ।

খণ্ডহাল—( গম্ভীৰ ভাৱে ) মহাৰাজ! অবধ্য মানব বধ কৰা অতিদান বুলি কোৱা হয়।

একৰাজ—অবধ্য আৰু অতিদান কৰা হব, কিন্তু অবধ্য আ অতিদানৰ মৰ্ম্ম কি পুৰোহিত?

খণ্ডহাল—স্ত্ৰী, পুত্ৰ, শ্ৰেষ্ঠী, বৃষ, অশ্ব আদি চাৰি সংখ্যাৰ প্ৰাণীক যি সকলে যজ্ঞাহুতি দিয়ে, সেই সকলেই জীৱি অৱস্থাত স্বৰ্গলাভ কৰে আৰু ইয়াকে অবধ্য আৰু অতিদ বোলা হয়।



একৰাজ—( আচৰিত হৈ ) কি, স্বৰ্গলাভৰ বাবে নিজৰ স্ত্ৰী পুত্ৰাদিক যজ্ঞাহুতি দিব লাগে?

খণ্ডহাল—কিয় আচৰিত হৈছে মহাৰাজ?

একৰাজ—উস্! স্বৰ্গলাভৰ বাবে নৰহত্যা কৰিব লাগে? ছিঃ ছিঃ কেনেকৈ এনে নীচ আৰু পাপ কামত ব্ৰতী হম? সম্ভৱ!

খণ্ডহাল—স্থিৰ হওক মহাৰাজ! স্বৰ্গলাভ কৰিবলৈ নিজৰ স্ত্ৰী পুত্ৰকো হত্যা কৰিব লগা হয়। আপুনি ইমান দুৰ্ব্বল, ইমান ভীৰু হলে তেনে দুৰ্লভ স্থান লাভ কৰিব নোৱাৰিব।

একৰাজ—স্বৰ্গ লাভ কৰিবলৈ হলে স্ত্ৰী পুত্ৰকো যদি হত্যা কৰিব লগীয়া হয়, তেন্তে ই এটা বিৰাট সমস্যা। স্বৰ্গলাভৰ কাৰণে স্বামী আৰু পিতা হৈ এনে ঘৃণিত কাৰ্য্য কেনেকৈ কৰিম? উস্! অসম্ভৱ, কেতিয়াও তেনে কাম কৰিব নোৱাৰো।

খণ্ডহাল—মইতো পূৰ্ব্বেই কৈছো মহাৰাজ! কাৰ্য্য অতি গুৰুতৰ বুলি। যদি আপুনি সহজ বুলি বিবেচনা কৰে সি সহজ হৈ উঠিব আৰু দুৰূহ বুলি ভাবিলে দুৰূহ হৈ উঠিব। দৃঢ়প্ৰতিজ্ঞ নহলে এনে অসাধ্য কাম কাহিতো সম্পাদিত নহয়। আনপক্ষে জগতত সকলো কাৰ্য্য কৰ্ম্ম-ফলৰ দ্বাৰাইহে অনুষ্ঠিত হয়, সেইবোৰত আপুনি মই কেৱল নিমিত্ত মাত্ৰ। গতিকে আপুনি শান্তিৰ বাবে

বেদৰ বিধান মতে কাৰ্য্য কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ হওক। নহলে আপুনি এই চিন্তাত দেই পুৰি মৰিব লাগিব।

( ৰজাই নিৰ্ব্বাক হৈ তলমূৰ কৰি থাকে )

ভাবিছে কি মহাৰাজ? কওক পাৰিবনে?

একৰাজ—হঠাৎ এই গুৰুত্বৰ সিদ্ধান্তত উপনীত হব পৰা নাই পুৰোহিত! মোক ভাবিবলৈ সময় দিয়ক।

খণ্ডহাল—শুনক, শুভকাৰ্য্য শীঘ্ৰে সম্পাদন কৰা বিজ্ঞ লোকৰ কাম, পণ্ডিতৰ অভিমত।

একৰাজ—তেওঁলোক যে মোৰ পুত্ৰ কন্যা, মই যে পিতা! পিতা হৈ পুত্ৰ-কন্যাক হত্যা কৰিম কেনেকৈ? জগত কলঙ্কিতা নহবনে? পাপ বহ্নি জ্বলি নুঠিবনে? মই যে সিহঁতৰ জন্মদাতা পিতা।

খণ্ডহাল—ভুল, ভুল, মহাৰাজ! এই ধৰণীৰ বুকুত কত সহস্ৰ ঋষি মুনিয়ে যুগ যুগান্তৰ সাধনা কৰিও জীৱিত অৱস্থাতে স্বৰ্গলাভ কৰিব পৰা নাই, আপুনি ভাগ্যবান হেতু সেই অপূৰ্ব্ব সপোন দৰ্শন কৰিলে। গতিকে মোৰ উপদেশ শুনক, মন স্থিৰ কৰক, প্ৰাণ দৃঢ় কৰক—কঠোৰ ব্ৰতত ব্ৰতী হৈ সঙ্কল্প ৰক্ষা কৰক।

একৰাজ—সঁচাই সঙ্কল্প কৰিছিলো। তথাপি পুৰোহিত!

খণ্ডহাল—ক্ষান্ত হওক মহাৰাজ! ইমান কাতৰ ইমান কোমল হলে নহব। ভাবি চাওক, এবুকুৱা পানীত নেনামিলে পদুমৰ পাহিটি স্পৰ্শ কৰিব নোৱাৰি। সেইদৰে জগতৰ



খলা-বমা পিচল বাটত বাট বুলিবলৈ নিশিকিলে জীৱনত কোনোদিনেই নীল আকাশৰ সৌন্দৰ্য্য চাবলৈ নেপাব।

একৰাজ—পুৰোহিত, আপোনাৰ কথাত মই গোটেই জগত অন্ধকাৰ দেখিছো। কি সপোন দৰ্শন কৰিলো একো বুজিব পৰা নাই। উস্! মই যেন পিপাসিত প্ৰাণীৰ দৰে মৰুভূমিত ঘূৰি ফুৰিছো, মই যেন ফেঁটি সাপৰ মূৰত ধৰি মৃত্যুক আহ্বান কৰিছো। মোৰ পৰিত্ৰাণৰ উপায় কি? কলৈ যাম? মোৰ শান্তিৰ স্থান ক'ত?

খণ্ডহাল—মহাৰাজ! আপুনি মিছাতেই দেই পুৰি জীয়াতু ভুগিছে! মই পূৰ্ব্বেই কৈছো ই অতি গুৰুত্বপূৰ্ণ কাৰ্য্য। কিন্তু আপুনি ইচ্ছা কৰিলে গুৰুত্বকো লঘূত্ব কৰিব পাৰিব, লাগে মাথোন ধৈৰ্য্য। আপুনি অতি শীঘ্ৰে এই কাৰ্য্যত উপনিত হওক, নহলে—।

একৰাজ—সঁচা, সঙ্কল্পৰ সাৰ্থকতা নেথাকিব পুৰোহিত! আপুনি যদি মোক এই কাৰ্য্যত সহায়তা কৰে আৰু মই যদি জীৱিত অৱস্থাতে স্বৰ্গলাভ কৰিব পাৰো, তেন্তে আপোনাৰ উপদেশ পালন কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ হৈছো।

খণ্ডহাল—বেচ তেন্তে মই যজ্ঞস্থান নিৰ্ম্মাণ কৰোগৈ। আপুনি নিজ কৰ্ত্তব্যৰ পথত অগ্ৰসৰ হওক।

( খণ্ডহালৰ প্ৰস্থান )

একৰাজ—ভিতৰত কোন আছা?

( এজন দূত আহি মহাৰাজ বুলি সেৱা কৰে )

দূত ! চন্দ্রকুমাৰ, সূৰ্য্যকুমাৰ, ভদ্রসেন, বামগোত্র, কুমাৰী উপসেনা, কুকিলা, মুদিতা আৰু নন্দা এই আঠগৰাকী পুত্র কন্যাক সংবাদ দিয়াগৈ যে ৰজাই স্বৰ্গলাভৰ বাবে তোমালোকক যজ্ঞাহুতি দিবলৈ স্থিৰ কৰিছে। গতিকে কোনো কতো নগৈ নিৰ্ভয়ে ইয়ালৈ আহিব লাগে আৰু শুনা বিজয়া, কেশিনী, সুনন্দা আৰু একপতি এই চাৰি গৰাকী মোৰ ৰাণী আৰু বদ্ধ, পূৰ্ণমুখ, সুজনভাদীয়, পিঙ্গলাক এই চাৰিজন সদাগৰকো একে সংবাদ দিবা। যোৱা পলম নকৰিবা।

দূত—( সেৱা কৰি ) মহাৰাজৰ যি আদেশ।

( এফালে দূত আনফালে অধৈৰ্য্য অৱস্থাত একৰাজৰ প্রস্থান। )

[ পট পৰে ]

---

## —চতুৰ্থ দৃশ্য—

চন্দ্রকুমাৰৰ ঘৰ।

( আসনত ৰাণী গৌতমী। মুখত বিষাদ ভাৱ। দূৰৰ পৰা এক করুণ সুৰ ভাঁহি আহে। )

গৌতমী—( চিন্তান্বিত হৈ ) বোধকৰো ৰজাই সপোনৰ বৃত্তান্ত ব্রাহ্মণৰ আগত বৰ্ণনা কৰিলে। নাজানো তাৰ বিধান



কি দিছে। ব্রাহ্মণৰ অভিসন্ধি বুজা কঠিন। মই পাট ৰাণী। এনে অৱস্থাত মোৰ আজি ইমান বিৰাগ কিয় ? প্রাণে যেন কৈছে, খণ্ডহাল ব্রাহ্মণে এক তাণ্ডৱলীলা সৃষ্টি কৰি জগত কম্পমান কৰি তুলিব। কাৰো ক'তো ৰক্ষা নহব। কি কৰিম, কাক মোৰ অন্তৰৰ বেদনা জনাম। উস্ মই কলৈ যাম, শান্তিৰ ঠাই এখনি পাম ক'ত ?

( চন্দ্রকুমাৰ আৰু সূৰ্য্যকুমাৰৰ প্রবেশ )

চন্দ্রকুমাৰ—আই, আপুনি ইমান কাতৰ হৈছে কিয় ? এখন বিশাল ৰাজ্যৰ ৰাজমহিষী আপুনি, এনে স্থলত আপোনাৰ কাতৰতাই শোভা নাপায়। ভাবি চাওক, সংসাৰত দিনৰ পিছত ৰাতি আহে আৰু ৰাতিৰ পিছত দিনমণি উদয় হৈ জগতক উদ্ভাসিত কৰি তোলে। সেইদৰে আমিও এক ৰীতিত স্থিৰ হৈ কৰ্ত্তব্য পালন কৰি মধুৰ দিন কেইটা অতিবাহিত কৰিব লাগিব।

( এজন দ্বাৰপালৰ প্রবেশ। নমস্কাৰ কৰি চন্দ্রকুমাৰক এখন চিঠি দিয়ে। কুমাৰে মনে মনে পত্র পঢ়ি সজল নয়নে কবলৈ ধৰে। )

চন্দ্রকুমাৰ—দ্বাৰপাল !

দ্বাৰপাল—( নতজানু হৈ ) কওক যুবৰাজ।

চন্দ্রকুমাৰ—যজ্ঞাহুতিৰ বাবে আমাক নিবলৈ পঠাইছে ?

দ্বাৰপাল—হয় যুৱৰাজ! মোক আপোনালোকক নিবলৈ পঠাইছে।

চন্দ্রকুমাৰ—( মাকৰ চৰণত পৰি ) আই, আজি আমি ব্রাহ্মণৰ গুপ্ত ষড়যন্ত্রত পৰি প্রাণ বিসৰ্জন কৰিব লগা হৈছো ;

তাৰবাবে যি দোষ হৈছে এই দুৰ্ভগীয়াৰ ওপৰত ন্যস্ত কৰক আই। প্ৰজাৰ মঙ্গলৰ কাৰণে এই অভাগা পুত্ৰই হাঁহি মুখে প্ৰাণ দিবলৈ প্ৰস্তুত—কিন্তু— ।

গৌতমী—( ব্যাকুল হৈ ) কি কলা ? তোমাক হত্যা কৰিবৰ বাবে নিবলৈ আহিছে ?

চন্দ্ৰকুমাৰ—আই, কেৱল মোকেই নহয়, আমাৰ চাৰি ভাই-ভগ্নী, চাৰি গৰাকী ৰাণী আৰু চাৰিজন সদাগৰকো নিবলৈ আদেশ দিছে।

গৌতমী—( উদ্বিগ্না হৈ ) কি কলি, কি শুনালি ? তহঁতক হত্যাৰ্থে নিবলৈ আদেশ দিছে ? ব্ৰাহ্মণৰ চল-চক্ৰান্তত ? উস্ কি দোষত এনে নিষ্ঠুৰ আদেশ ?

( কান্দি কান্দি অধীৰা হৈ মাটিত পৰি যায়। চন্দ্ৰকুমাৰে ৰাণীক শুশ্ৰূষা কৰে, অলপপৰৰ পিচত চেতনা আহে। )

গৌতমী—উস্ ! মই ক'ত আছো ? কি সংবাদ শুনিলো ? সপোননে দিঠক ? বাচা মোৰ, কি দোষত এনে শাস্তি হৈছে ?

( চন্দ্ৰকুমাৰে নীৰৱে চকুলো টোকে )

গৌতমী—পুৰোহিত, তোমাক আমি কোনো দিনেই বেয়া পাবলৈ শিকা নাছিলো। মোৰ পুত্ৰ কন্যাহঁতৰ জন্মত তুমি শতমুখে ব্যক্ত কৰিছিলা, মোৰ পুত্ৰ-কন্যাতকৈও গৌতমীৰ পুত্ৰ কন্যাক শত গুণে সহস্ৰ গুণে মৰম কৰিম, স্নেহ কৰিম, আৱশ্যক হলে হাঁহি মুখে সিহঁতৰ বাবে প্ৰাণ উৎসৰ্গা কৰিম, কিন্তু এতিয়া—



সূৰ্য্যকুমাৰ—আই, অকাৰণত ব্যাকুল নহব ! এই সমস্যাত পিতৃৰ বাক্য পালনাৰ্থে বীৰ-বীৰাঙ্গণাৰ দৰে শত্ৰুৰ শত শৰ বুকু পাতি বহন কৰাহে আমাৰ কৰ্ত্তব্য। মই জানো, যি পিতৃয়ে মোৰ জন্মত বিশাল পুষ্পৱতী ৰাজ্য শতধন্যা বুলি গৌৰৱ কৰি আহিছে, যি পিতৃয়ে মোৰ কাৰণে হাঁহি মুখে প্ৰাণ দিব পাৰে, তেনে অসীম স্নেহময় পিতৃয়ে আমাক হত্যা কৰিব ? কেতিয়াও হব নোৱাৰে। ই প্ৰকৃতিৰ এক চলনা।

গৌতমী—বাছা সূৰ্য্য, প্ৰকৃতিৰ চলনা অসম্ভৱ নহয় ! নহয় !

( উপসেনা আৰু কুকিলাৰ প্ৰবেশ )

উপসেনা—আই, আপুনি ইমান ব্যাকুল হোৱাৰ কাৰণ কি ?

গৌতমী—( ব্যাকুল হৈ ) আই উপসেনা, তহঁতৰ দুৰ্ভগীয়া মাৰৰ ব্যথিত অন্তৰত শান্তনা দেহি আহ।

( দুয়োটি কন্যাক সাৱটি ধৰে )

কুকিলা—আই, আই, আপোনাৰ হৈছে কি ? উস্ !

( উচুপি উচুপি কান্দে )

গৌতমী—আইহঁত মোৰ, পিশাচহঁতে তহঁতক ছাগলীৰ দৰে বলি দিবলৈ অপেক্ষা কৰি আছে, মই কাৰ মুখ চাই জীয়াই থাকিম ? ( দ্বাৰ পালৰ প্ৰতি ) বাছা দ্বাৰপাল, মোৰ প্ৰাণধনহঁতক নিবলৈ আহিছা ? ব্ৰাহ্মণৰ এই বিভৎস অন্যায় অত্যাচাৰৰ সমুচিত প্ৰতিকাৰ কৰিবলৈ

তোমালোকৰ বিবেক বুদ্ধি নহলনে ? কাৰ আদেশত এনে নিষ্ঠুৰ কাৰ্য্য কৰিবলৈ আহিছা ?

দ্বাৰপাল—( সেৱা কৰি ) আই, মোক ক্ষমা কৰিব, মই যে ৰাজভৃত্য। ভাল-বেয়াৰ বিচাৰ কৰিবলৈ মোৰ তেনে শক্তি নাই।

গৌতমী—তেন্তে খণ্ডহাল ব্ৰাহ্মণ পিশাচৰ ষড়যন্ত্ৰত মোৰ হৃদয়ৰ ধনহঁতক লৈ যাবা ? কেনেকৈ নিবা ? উস্ মই এতিয়াও জীয়াই আছো কিয় ? হায় ভগবান ! ( বেজাৰত কণ্ঠৰোধ হৈ সজল নয়নেৰে পুত্ৰহঁতৰ ফালে চাই থাকে। )

দ্বাৰপাল—ৰাজকুমাৰ, আপোনালোকে বিলম্ব কৰি ৰাজ আদেশ অমান্য কৰিছে।

চন্দ্ৰকুমাৰ—সচাঁ, ৰাজ আদেশ অমান্য কৰা হৈছে ( মাকক সেৱা কৰি ) আই ! আই ! আমি যাওঁ বিদায় দিয়ক।

( হাত আগবঢ়াই দিয়াত দ্বাৰপালে চন্দ্ৰকুমাৰ আৰু সূৰ্য্যকুমাৰ উভয়কে বান্ধি কুমাৰীহঁতক আগ কৰি লৈ যায়। )

গৌতমী—( অতি ব্যাকুল হৈ ) মোৰ হৃদয়ৰ ধনহঁতক কলৈ নিছ ? পিশাচ ! নিষ্ঠুৰ ! ব্ৰাহ্মণৰ কু পৰামৰ্শত—উস্

( বেজাৰত অচেতন হৈ মাটিত পৰি যায়। )

**[ পট পৰে ]**

---

## — পঞ্চম দৃশ্য —

কক্ষ

চিন্তিত মনেৰে একৰাজৰ প্ৰবেশ )

একৰাজ—স্বৰ্গ লাভৰ কাৰণে নৰমেধ যজ্ঞৰ আদেশ দিলো। নাজানো ইয়াৰ পৰিণাম কি ? অন্তৰে যেন কৈছে, পুষ্পৱতী ৰাজ্যৰ চাৰিওফালে বিদ্ৰোহৰ অগ্নি জ্বলি উঠিব, শোণিতৰ নৈ বৈ যাব। কাৰো ৰক্ষা নহব। উস্ মই আজি কি কাৰ্য্যত প্ৰবৃত্ত হৈছো ?

( নেপথ্যত কান্দোনৰ ৰোল শুনি ৰজাই ইফালে সিফালে চাই ভলমূৰ কৰি থাকে। অলপ পৰৰ পিছতে দ্বাৰপালে চন্দ্ৰকুমাৰ, সূৰ্য্যকুমাৰ, কুকিলা আৰু উপসেনাক বান্ধি লৈ ৰজাৰ ওচৰত উপস্থিত হয়হি। )

একৰাজ—দ্বাৰপাল, ইহঁতক এই খুটাটোতে বান্ধি থৈ আন-বিলাককো আনি ৰাজ কাৰেঙৰ সমুখত থোৱাঁহি যোৱাঁ—বিলম্ব নকৰিবা।

দ্বাৰপাল—মহাৰাজৰ যি আদেশ।

( দ্বাৰপালে চাৰিওকো বান্ধিথৈ বেগেৰে প্ৰস্থান )

একৰাজ—( চন্দ্ৰকুমাৰৰ প্ৰতি ) চন্দ্ৰকুমাৰ, তহঁত মোৰ পুত্ৰ কন্যা, মই পিতা; কিন্তু পিতা পুত্ৰ হলেও তহঁতৰ মৰম-স্নেহ ছেদ কৰিবলৈ বাধ্য হৈছো।

চন্দ্ৰকুমাৰ—পুত্ৰ-কন্যাৰ পিতাই স্বৰ্গ, পিতাই মোক্ষ, পিতাই সৰ্ব্বস্ব। আমি আপোনাৰ প্ৰাণৰ ধন, নয়নৰ মণি,

এনে স্থলত জানিব পাৰোনে, কি দোষত আৰু কাৰ পৰামৰ্শ মতে এই নিষ্ঠুৰ হত্যাকাণ্ড কৰিবলৈ উদ্যত হৈছে পিতা ?

একৰাজ—সাৱধান জিভা সংযত কৰি কথা কবি চন্দ্ৰকুমাৰ! তহঁতৰ সৰ্ব্বতীৰ্থ হলেও এই পিতাৰে তহঁতক যজ্ঞাহুতি দিব।

চন্দ্ৰকুমাৰ—পিতা, আপোনাৰ অতৃপ্ত বাসনা পূৰ্ণ হব কিন্তু—।

একৰাজ—তহঁতৰ একো আপত্তি নুশুনো।

( আউলি বাউলী হৈ গৌতমী আৰু চন্দ্ৰাদেৱীৰ প্ৰবেশ )

গৌতমী—( ৰজাৰ চৰণত পৰি ) প্ৰাণনাথ!

একৰাজ—কোন? গৌতমী কিয় ইয়ালৈ আহিছা?

গৌতমী—ক্ষমা কৰক প্ৰাণনাথ! বিনাদোষতে এই অজান বালক-বালিকাহঁতক গৰু ছাগলীৰ দৰে হত্যা নকৰিব।

একৰাজ—ক্ষান্ত হোৱা গৌতমী, তুমি জানি শুনিও ৰাজ কাৰ্য্যত বাধা জন্মাবলৈ আহিছা, ইয়াৰ পৰা আঁতৰি যোৱা।

গৌতমী—কলৈ যাম? কাৰ মুখ চাবলৈ? মই কাৰ মুখ চাই জীয়াই থাকিম? হায় ভগবান!—তুমি সদয় হোৱা, নৰহত্যাৰে পুষ্পৱতীক কলঙ্কিতা নকৰিবা।

( কথা কব নোৱাৰি মাটিত পৰি যায় )

চন্দ্ৰাদেৱী—পিতা, এই অভাগিনীকো বলি দি শোণিতৰ ঢল বোৱাই যিমান পাৰে ৰং চাওক।

একৰাজ—মুখ চণ্ডালি কথা কবি, এজনী সামান্য বোৱাৰী



হৈ ৰাজ আদেশ লঙ্ঘন কৰিবলৈ আহিছ! এই মুহূৰ্ত্ততে ইয়াৰ পৰা আঁতৰ হ। নহলে—

( গৌতমী আৰু চন্দ্ৰাই চকুপানী মচি মচি বহি থাকে। নেপথ্যত সকলোৱে সদাগৰ কেইজনক কলৈ নিয়া, কাৰ আদেশত আনিছা? ইমানবোৰ জীৱ বধ হব, এনে মাৰাত্মক কাণ্ড ব্ৰাহ্মণৰ দ্বাৰা সম্পন্ন হব। হায়! কান্দোনৰ ৰোল শুনা যায়)

( বেগেৰে দ্বাৰপালৰ প্ৰবেশ )

দ্বাৰপাল—( নত জানু হৈ ) মহাৰাজ! আপোনাৰ আদেশত চাৰি গৰাকী ৰাণী আৰু সদাগৰ কেইজনক আনি ৰাজকাৰেঙৰ সমুখত আবদ্ধ কৰি ৰখাহি হ'ল।

একৰাজ—বেচ মোৰ আদেশমতে চাৰিটা ঘোৰা, চাৰিটা হাতী আৰু চাৰিটা ছাগলী অনা হৈছেনে?

দ্বাৰপাল—মহাৰাজ! সেইবোৰ অনা হ'ল।

একৰাজ—তেন্তে তুমি এতিয়া যোৱাঁ।

দ্বাৰপাল—মহাৰাজৰ আদেশ নতশিৰে গ্ৰহণ কৰিছো। কিন্তু সদাগৰ কেইজনক অনাত তেওঁলোকৰ পাছে পাছে অসংখ্য প্ৰজা আহি সেই সকলক মুক্ত কৰি নিবলৈ যত্ন কৰিছে।

একৰাজ—তাৰ ব্যৱস্থা কৰা হৈছে, তুমি নিশ্চিন্তে যোৱাঁ।

( দ্বাৰপালৰ প্ৰস্থানৰ লগে লগে নেপথ্যৰ পৰা জনগণৰ—"উস্ কি ভীষণ আয়োজন মহাৰাজ, ক্ষান্ত হওক, ক্ষান্ত হওক, নহলে আমি পুষ্পৱতী ৰাজ্যৰ চৌপাশে নৰশোণিতৰ ঢল বোৱাই দিম, সেই ঢলত ভাহি যাব খণ্ডহাল ব্ৰাহ্মণৰ বংশধৰ, ৰংচাম, তামাচা চাম, কি তাণ্ডৱ অভিনয় হাঃ হাঃ হাঃ!" )

একৰাজ—ৰাণী, ৰাণী !

গৌতমী—প্ৰাণবল্লভ মোৰ, মই আপোনাৰ অৰ্দ্ধাঙ্গিনী, চৰণৰ সেৱিকা। তিৰোতাৰ স্বামী স্বৰ্গ, স্বামী ব্ৰহ্মা, স্বামী সৰ্ব্ব তীৰ্থৰ স্থল, এনে অৱস্থাত নিজৰ স্বামীক প্ৰতাৰণা কৰি নৰকৰ কীট হবলৈ কোন নাৰকীয়ে বাঞ্চা কৰে ? গতিকে আপোনাক কাতৰ প্ৰাৰ্থনা কৰিছো, স্বাৰ্থান্ধ দেৱজ্ঞৰ কথা পৰিত্যাগ কৰি নৰহত্যা মহাপাপৰ পৰা বিৰত হওক।

একৰাজ—সকলো বুজিছো গৌতমী, আজি মোক লাগে স্বৰ্গ অন্তৰৰ বাসনা সিদ্ধি নোহোৱালৈকে ভাল-বেয়া সৎ-অসৎ বিচাৰ কৰিবলৈ মোৰ সময় নাই, নকবা।

গৌতমী—প্ৰাণনাথ, যদি বিনা নৰহত্যা যজ্ঞৰে স্বৰ্গ লাভ কৰে ?

একৰাজ—তেন্তে নৰমেধৰ আৱশ্যক কি ?

গৌতমী—অতি উত্তম কথা প্ৰাণনাথ, সাধু সন্ন্যাসীসকলক অন্ন-বস্ত্ৰাদি দান দিয়ক, মৈত্ৰী পৰায়ণ হৈ প্ৰাণ ভগবানৰ ওচৰত অৰ্পণ কৰক। তেওঁ বিপদৰ বন্ধু, করুণাসিন্ধু আৰু শান্তিৰ দাতা, দেবাদিদেৱ মহাদেৱ। যদি পৰম ঐকান্তিকতাৰে তেওঁৰ শৰণাগত হয়, তেন্তে বিনা ৰক্তপাতে স্বৰ্গ লাভ কৰিব পাৰিব।

একৰাজ—ধন্যা প্ৰাণপ্ৰিয়া অৰ্দ্ধাঙ্গিনী মোৰ! তোমাৰ মধুৰ বাণীত মই অতি সন্তোষ লাভ কৰিছো, দ্বাৰপাল।

( বেগে এজন দ্বাৰপালৰ প্ৰবেশ )

দ্বাৰপাল ! মোৰ বাছা চন্দ্ৰকুমাৰ আদিক মুক্তি কৰি দিয়াগৈ যোৱাঁ, অপেক্ষা নকৰিবা।



দ্বাৰপাল—মহাৰাজৰ যি আদেশ।

( দ্বাৰপালে চন্দ্ৰকুমাৰ আদিক মুক্তি দি গুচি যায়। অলপ পৰৰ পাচত নেপথ্যত সকলোৱে "জয় মহাৰাজৰ জয়" ধ্বনি কৰা শুনা যায়। )

একৰাজ—( আনন্দত আত্মহাৰা হৈ ) আহা বাছাহঁত মোৰ— !

( চন্দ্ৰকুমাৰ, সৰ্য্যকুমাৰ দুয়ো ৰজাক সেৱা কৰে। চন্দ্ৰাই উপসেনাক, গৌতমীয়ে কুকিলাৰ হাতত ধৰি আনন্দ চিত্তে ৰজাক সেৱা কৰে। )

একৰাজ—বাছাহঁত উঠা, সকলো দুঃখ বেজাৰ পাহৰি পেলোৱা। এতিয়া ভিতৰলৈ যাওঁ বলা।

( সকলোৱে আনন্দ চিত্তে ৰজাৰ পাচে পাচে গুচি যায়। )

**[ পট পৰে ]**

---

## —ষষ্ঠ দৃশ্য—

ফুলনিৰ জিৰণি কক্ষ

( চিন্তিত ভাবে একৰাজৰ প্ৰবেশ )

একৰাজ—ৰাণীৰ উপদেশত সকলোকে মুক্তি দিলো ; কিন্তু সেই চিন্তাই মোক অস্থিৰ কৰি পেলাইছে। এনে এখন প্ৰকৃতিৰ সৌন্দৰ্য্য স্থানলৈ আহিও শান্তি পোৱা নাই ; কি জ্বালা-যন্ত্ৰণা ! উস্ কলৈ যাম, ক'ত শান্তিৰ ঠাই এখনি বিচাৰি পাম ?

( অলপপৰ তলমূৰ কৰি থাকে। এনেতে উদ্যানৰ বাহিৰত "মহাৰাজ ! মহাৰাজ !" বুলি কাৰোবাৰ মাত শুনা যায়। )

মহাৰাজ, মহাৰাজ বুলি মোক কোনে মাতিছে ?

( উদ্বিগ্ন হৈ খণ্ডহাল ব্ৰাহ্মণৰ প্ৰবেশ )

খণ্ডহাল—মহাৰাজ ! মোক যজ্ঞস্থান নিৰ্ম্মাণ কৰিবলৈ নিৰ্দ্দেশ দি আপুনি এই নিজান স্থানত আনন্দত আত্মহাৰা হৈ আছেহি ?

একৰাজ—( হাত যোৰ কৰি ) মই আনন্দত মধুৰ যামিনী অতিবাহিত কৰাহি নাই পুৰোহিত ! মই কেৱল বুজিছো— মোৰ অন্তৰত আজি কি দাবাগ্নি জ্বলি উঠিছে, হায় ! মই কি চিন্তাত কাতৰ হৈছো ?

খণ্ডহাল—আপুনি এখন বিশাল ৰাজ্যৰ অধীশ্বৰ নহয়নে ?

একৰাজ—ভগবানৰ অনুগ্ৰহত পুৰোহিত ! কিন্তু আপোনাৰ উপদেশ লঙ্ঘন কৰাতহে—

খণ্ডহাল—আপুনি স্ব ইচ্ছাৰে যজ্ঞ কৰিবলৈ প্ৰতিজ্ঞা কৰিছিল, এতিয়া সেই প্ৰতিজ্ঞা লঙ্ঘনৰ কাৰণ কি জানিব পাৰোনে মহাৰাজ ?

একৰাজ—দানশীল সত্য কৰ্ম্ম আদিৰ দ্বাৰাই স্বৰ্গলাভ কৰা যায়, তাৰবাবে নৰহত্যাৰ কোনো প্ৰয়োজন নাই।

খণ্ডহাল—কি প্ৰয়োজন নাই ? তেন্তে শুনক, বেদ আৰু ব্ৰাহ্মণৰ অভিশাপত জন্মে জন্মে নৰকত কীট হৈ পচিব লাগিব, আপোনাৰ নিস্তাৰ নহব।

একৰাজ—( উৎকণ্ঠিত ভাৱে ) কি কি নৰকত কীট হৈ পচিব লাগিব ? উঃ সঙ্কল্প লঙ্ঘনৰ কি পৰিণাম ! তেন্তে উপায় কি পুৰোহিত ?



খণ্ডহাল—উপায় আপোনাৰ হাতৰ মুঠিত। যদি নিজৰ মঙ্গল কামনা কৰে তেন্তে শীঘ্ৰে যজ্ঞ সম্পাদন কৰক। নহলে—

একৰাজ—( বিমৰ্ষ ভাৱে ) প্ৰাণাধিক পুত্ৰ-কন্যাক এবাৰ মুক্তি দি পুনৰ তেনে কাম কেনেকৈ কৰিম ? পুৰোহিত, মই আৰু স্থিৰেৰে থাকিব পৰা নাই। মোৰ কৰ্ত্তব্যাকৰ্ত্তব্য জ্ঞান নোহোৱা হৈছে, চাৰিওপিনে অন্ধকাৰ দেখিছো। পুষ্পৱতী ৰাজ্যৰ প্ৰত্যেক ধূলিকণাই বাধা দিছে; উঃ মই ক'ত আছো, কি কৰিছো, কলৈ যাওঁ ? পুৰোহিত মোক ৰক্ষা কৰক, উদ্ধাৰ কৰক, পৰিত্ৰাণৰ উপায় দিয়ক, নহলে—

খণ্ডহাল—স্থিৰ হওক মহাৰাজ, এই সংসাৰ চক্ৰৰ মাজত ইমান দুৰ্ব্বল হলে নহব। পুষ্পৱতীৰ একমাত্ৰ সম্ৰাট আপুনি ; এনে এজনৰ অসাধ্য কি ? লক্ষ লক্ষ লোক যাৰ পদানত, তেওঁক বাধা দিব পাৰে কোনে ? আপুনি আদেশ কৰক, এইবাৰ সকলোকে যজ্ঞস্থানলৈ তুৰন্তে ধৰি নিয়ক। কওক মহাৰাজ পাৰিবনে ?

একৰাজ—( নিমাত হৈ তলমূৰ কৰি থাকে )

খণ্ডহাল—ইমান চিন্তিত হৈছে কিয় মহাৰাজ ? প্ৰতিজ্ঞা পালনৰ কথালৈ স্মৰণ কৰি ধীৰ স্থিৰ গম্ভীৰভাৱে কৰ্ত্তব্য পথলৈ আগবাঢ়ক। নহলে এই চিন্তাই আপোনাক খুলি খুলি খাব।

একৰাজ—ক্ষমা কৰক পুৰোহিত, মই আপোনাৰ পৰামৰ্শমতেই পুনৰ পুত্ৰ-কন্যাদিক আগৰদৰেই তুৰন্তে যজ্ঞস্থানলৈ পঠাই দিম।

খগুহাল—এই কথা মই সচাঁ বুলি ধৰিব পাৰোনে মহাৰাজ ?

একৰাজ—মিছা নহয় পুৰোহিত, হিমালয় শৃঙ্গও যদি স্খলিত হৈ গন্তব্য পথ আৱদ্ধ কৰে, নদ-নদীৰ বাঢ়নি পানীয়েও যদি পথ ডুবাই ৰাখে, তথাপি এইবাৰ মোৰ সঙ্কল্প লঙ্ঘন নহৰ। পুত্ৰ-কন্যাৰ মায়া-মমতাৰ বান্ধোন চিডি থান-বান কৰিম। তাৰ বাবে হয় হওক একৰাজৰ মহাপাপ, কৰে কৰক জগতে তিৰস্কাৰ, উঠে উঠক প্ৰলয়ৰ মহাগ্নি, মই কালৈকো কটাক্ষ নকৰো। হাঃ হাঃ হাঃ!

খগুহাল—বেছ, এতিয়া মই মোৰ কৰ্ত্তব্যলৈ যাওঁ।

( একালে খগুহালৰ প্ৰস্থান, আন ফালৰ পৰা এজন দ্বাৰপালৰ প্ৰবেশ )

একৰাজ—দ্বাৰপাল, তুমি আহিলা ?

দ্বাৰপাল—হয় মহাৰাজ।

একৰাজ—তুমি চন্দ্ৰকুমাৰকে আদি কৰি মোৰ পুত্ৰ-কন্যা আদিক আগৰ দৰেই পুনৰ ৰাজকাৰেঙৰ সন্মুখত উপস্থিত কৰাহি।

দ্বাৰপাল—( আঠু কাঢ়ি ) মহাৰাজৰ যি আদেশ—কিন্তু—

একৰাজ—( খঙেৰে ) সাৱধান, আদেশৰ বিৰুদ্ধে তোমাৰ কোনো আপত্তি নুশুনো, যোৱা।

( দ্বাৰপালৰ প্ৰস্থানৰ লগে লগে ৰজাই উন্মাদৰ দৰে ইফালে সিফালে চাবলৈ ধৰে। অলপ পৰৰ পিছতে নেপথ্যত পুনৰ চিএৰ বাথৰ শুনা যায়—“ভালকৈ বান্ধ, ভালকৈ বান্ধ।” উস্ ইমান টানকৈ নেবান্ধিবা, আমিনো কলৈ পলাই যাম! হে’ৰ ছোৱালীকেইজনীক নেবান্ধিবি অ’ সেই কাৰাগাৰটোতে সুমুৱাই থ’,



সদাগৰকেইজনক হাতে ভৰিয়ে বান্ধ, কোনোবাই কান্দোনৰ সুৰে কয়,—“বোপাইহঁত! আমাক বান্ধ, ভালকৈ বান্ধ, পূৰ্ব্ব জন্মৰ কৃত পাপ খণ্ডন হওক”। আউলী-বাউলী হৈ বেগে বৃদ্ধা ৰাণীৰ প্ৰবেশ। )

বৃদ্ধাৰাণী—প্ৰাণপুত্ৰ বাছা মোৰ, তুমি আজি ইমান নিষ্ঠুৰ হৈছা কিয় ? বিনা কাৰণত কোমলমতি পুত্ৰ-কন্যাহঁতক বান্ধিবলৈ আদেশ দিছা কিয় ? যিসকলে তোমাক প্ৰাণতকৈও অধিক ভাল পায়, তোমাৰ সামান্য দোষ দেখিও যাৰ প্ৰাণ কান্দি উঠে আৰু অন্তৰত তীব্ৰ বেদনা অনুভৱ কৰে, তেনে দেশৰ ভাগ্যলক্ষ্মী স্বৰূপ সদাগৰ কেইজনৰ ওপৰত এই অমানুষিক অত্যাচাৰ কৰাৰ কাৰণ কি ? এই মহাপাপৰ প্ৰায়শ্চিত হব ক’ত ?

একৰাজ—আই ক্ষমা কৰিব, স্বৰ্গলাভৰ বাবেই এই অভূতপূৰ্ব্ব কৰ্ম্মৰ আয়োজন।

বৃদ্ধাৰাণী—স্বৰ্গলাভৰ বাবে এই নৰমেধ যজ্ঞৰ আয়োজন পুত্ৰ ? স্বাৰ্থান্ধ ব্ৰাহ্মণৰ কুপৰামৰ্শত ভাগ্যলক্ষ্মী পুষ্পৱতীৰ কপালৰ তিলক মচ খুৱাই পুষ্পৱতীক শ্মশানত পৰিণত কৰিবলৈ গৈছা ? ধূৰ্ত্ত কুটিল বামুণে তোমাক যি পৰামৰ্শ দিছে, সি কি পৰামৰ্শ জানা ? জন্মে জন্মে নৰকৰ দাবাগ্নিত দেই পুৰি মৰিবা। ছিঃ ছিঃ ধৰ্ম্মদ্ৰোহী, জাতিদ্ৰোহী, শাস্ত্ৰদ্ৰোহী সেই খগুহাল ব্ৰাহ্মণৰ অভিসন্ধি এতিয়াও বুজি পোৱা নাই পুত্ৰ।

একৰাজ—( খঙেৰে ) আপোনাৰ এই অমূলক কথাৰ প্ৰয়োজন নাই।

বৃদ্ধাৰাণী—নুশুনা, নামানা তাৰ পৰিনাম কি জানা পুত্ৰ ?

একৰাজ—আই, ভাল-বেয়া একো জানিবলৈ ইচ্ছা নকৰো, নকৰ।

বৃদ্ধাৰাণী—শুনা পুত্ৰ, এই জগতত পুত্ৰ-কন্যাৰ পিতা দেৱতা পিতা স্বৰ্গ, যি পিতৃয়ে পুত্ৰ-কন্যাক স্নেহ কৰি অপাৰ আনন্দ উপভোগ কৰে, যি পিতৃৰ অমূল্য ৰত্ন, তেনে পুত্ৰ-কন্যাৰ প্ৰতি এই অদ্ভুত অভিনয় কেনেকৈ দৰ্শন কৰিবা ?

একৰাজ—( অতি খঙেৰে ) আই, আপোনাক অনুৰোধ কৰিছো ৰাজহুকুম ৰক্ষা কৰি ইয়াৰ পৰা আঁতৰি যাওক।

( দুয়োখন হাত বান্ধি এজন দ্বাৰপালে চন্দ্ৰকুমাৰ সূৰ্য্যকুমাৰক লগত লৈ ৰজাৰ ওচৰত উপস্থিত হয়হি )

দ্বাৰপাল—মহাৰাজ, এই দুজনৰ বাহিৰে অন্যান্য সকলক পুনৰ ৰাজকাৰেঙৰ সন্মুখত বন্দী কৰি থোৱা হ'ল।

একৰাজ—উত্তম কথা দ্বাৰপাল, সিহঁতকো লৈ যোৱা।

চন্দ্ৰকুমাৰ—( ৰজাৰ ফালে চাই ) পিতা, আপুনি আমাক মুক্তি দিয়াত স্বৰ্গ চুকি পাইছিলো। কিন্তু আকৌ ধৰাই অনোৱাৰ কাৰণ একো বুজিব পৰা নাই।

একৰাজ—বুজিবি পুত্ৰ, যজ্ঞস্থলত সেই অভিনয় দেখা পাবি।

চন্দ্ৰকুমাৰ—( আঠুকাঢ়ি ) পিতা, তাতোকৈ আমাক ব্ৰাহ্মণৰ



দাস-দাসী নিয়োজিত কৰক। অথবা দেশান্তৰ কৰি দিয়ক, তথাপি—( কান্দে )।

সূৰ্য্যকুমাৰ—পিতা, মোৰ কাতৰ অনুৰোধ যে আমাক হাতীৰ শালৰ মল-মূত্ৰ পেলাবলৈ অথবা গৰখীয়া নিয়োজিত কৰক। অনাহকত এনে অন্যায় কাম নকৰিব। এবাৰ ভাবি চাওক।

( কান্দি কান্দি মাটিত পৰি যায় )

বৃদ্ধাৰাণী—চোৱাঁ, তোমাৰ বাছাহঁতে কেনেকৈ প্ৰাৰ্থনা কৰিছে ! তথাপিও তোমাৰ হিয়া গলা নাইনে পুত্ৰ ?

একৰাজ—আই, আপুনি জানি শুনিও বাৰে বাৰে ৰাজ কাৰ্য্যত বাধা জন্মাইছে কিয় ?

বৃদ্ধাৰাণী—( কান্দি কান্দি ) বাছা একৰাজ, অভাগিনী মাৰাৰ ইমান কাতৰ ক্ৰন্দনতো এবাৰ ভাবি নোচোৱানে ? মই তোমাক কাবৌ কৰি মাতিছো, মোৰ মুখলৈ চাই এই মহাপাপৰ পৰা বিৰত হোৱা, নহলে—।

একৰাজ—( খুব খঙেৰে ) আই আপোনাৰ সন্মান বহুবাৰ ৰক্ষা কৰিছো, এইবাৰ আৰু কোনো অনুৰোধ নুশুনো। আপোনাৰ নিজ সন্মান ৰক্ষা কৰি এতিয়াই এই মুহূৰ্ত্ততে ইয়াৰ পৰা আতৰি যাওক। নহলে—

বৃদ্ধাৰাণী—( বেজাৰত আত্মহাৰা হৈ ) যদি নাযাওঁ ?

একৰাজ—তেন্তে ৰাজদ্ৰোহিতাৰ সমুচিত দণ্ডৰ ব্যৱস্থা কৰা হব।

বৃদ্ধাৰাণী—কি মোক দণ্ড দিবা ? পাৰিবানে ??

একৰাজ—পাৰো নোৱাৰো কাৰ্য্যত তাৰ পৰিচয় দিম।

( উদ্বিগ্ন হৈ একৰাজৰ প্ৰস্থান )

চন্দ্ৰকুমাৰ—হে মাতামহ, আমাৰ পূৰ্ব্বজন্মৰ কৃতপাপ কৰ্ম্মে বলিশালত মৃত্যু হবলৈ লিখিছে। তাৰ বাবে বেজাৰ নকৰিব। আমাক আপোনাৰ পদৰেণু প্ৰদান কৰি বিদায় দিয়ক।

( উচুপি উচুপি কান্দে। )

সূৰ্য্যকুমাৰ—( নতজানু হৈ ) আই, আই, এই অভাগাকো পদধূলা দি কৃতাৰ্থ কৰক।

বৃদ্ধাৰাণী—( দুয়োৰো গাত ধৰি ) বাছাহঁত! তহঁত আমাক এৰি কলৈ যাবলৈ ওলাইছ? আমি কেনেকৈ জীয়াই থাকিম? উঃ ভগৱান! ( মাটিত পৰি যায় )

চন্দ্ৰকুমাৰ—মাতামহ! মাতামহ!! অন্তিমৰ সময়ত এবাৰ মাত দিয়ক, মাত দিয়ক!

সূৰ্য্যকুমাৰ—উঃ মাতৃ মোৰ, ( মূৰ্চ্ছা )

**—আঁৰ কাপোৰ—**



# তৃতীয় অঙ্ক

## —প্ৰথম দৃশ্য—

### ইন্দ্ৰসভা

( চাৰিওফালে সুগন্ধি মৃদু বতাহৰ লগে লগে অনেক ৰকমৰ ধুনীয়া পুষ্প বৰিষণ হয়। নানা মাঙ্গলিক বাদ্য ধ্বনি বাজি উঠে। ভাবত তন্ময় অৱস্থাত দেৱৰাজ ইন্দ্ৰ, বিশ্বকৰ্ম্মা, বৰুণ, অমাত্য বৰ্গ, অপেশ্বৰীসকলে দুফালৰ পৰা প্ৰবেশ হৈ সভাস্থলত নৃত্য-গীত আৰম্ভ কৰিব ধৰে। )

অপেশ্বৰী সকল— **গীত**

গোৱা সখি সমস্বৰে
প্ৰেম প্ৰীতি-মধু-গান
বিৰহ বেদনা কোমল হিয়া
মিলন মন্দিৰ উঠক তান।
সপোন সুৰৰ স্বৰগ সুধা
ঢালি দিয়া প্ৰাণে প্ৰাণ
ৰুদ্ধ হিয়াত উঠক বাজি
প্ৰেম প্ৰীতি সুখৰ গান।

( গীত গাই অপেশ্বৰীসকল গুচি যায় )

ইন্দ্ৰ—( বিশ্বকৰ্ম্মালৈ চাই ) বিশ্বকৰ্ম্মা, অপেশ্বৰীসকলৰ মধুৰ নৃত্য-গীতত মোৰ অন্তৰত এক অপূৰ্ব্ব আনন্দ জাগি উঠিছে। বাস্তৱিকেই পুণ্যভূমি ভাৰতৰ বুকুত ধৰ্ম্মৰ পোহৰ পাতি মই এক স্বৰ্গৰ সুখত কাল অতিবাহিত কৰিছো।

বিশ্বকৰ্ম্মা—দেৱৰাজ, আপোনাৰ কথা একো বুজিব পৰা নাই।

ইন্দ্ৰ—একো বুজিব পৰা নাই বিশ্বকৰ্ম্মা ?

বিশ্বকৰ্ম্মা—হয় একো বুজিব পৰা নাই।

ইন্দ্ৰ—তেন্তে কওঁ শুনা, বহুকালৰ পূৰ্ব্বে বৈশালীৰ এখন গাওঁত মই মঘ নাম ধাৰণ কৰি জন্ম গ্ৰহণ কৰিছিলো। যথা সময়ত মই এখন অগাধ হাবি কাটি—এটা বাট, তিনটা অতিথ্যালয়, তিনিখন ফল-মূলৰ বাৰী আৰু তিনটা পুখুৰী দান কৰো, এনেবোৰ পুণ্যৰ ফলতেই আজি মই হেজাৰ-বিজাৰ কল্প ইন্দ্ৰত্ব ভোগ কৰিবলৈ সমৰ্থ হৈছো।

বিশ্বকৰ্ম্মা—সেই দানৰ প্ৰভাৱতেই দেৱৰাজ হৈছে ?

ইন্দ্ৰ—কেৱল সেয়ে নহয়, আজীৱন বয়োবৃদ্ধসকলক সন্মান, সকলোৰে প্ৰতি বিনয় বচন ব্যৱহাৰ, টুটকীয়া কথা বৰ্জ্জন, কৃপণতা পৰিত্যাগ কৰি সাম্য-মৈত্ৰী পৰায়ণ হৈ জনহিতকৰ কাম আৰু পঞ্চশীল পালন কৰিছিলো।

( বিশ্বকৰ্ম্মাই আচৰিত হৈ তলমূৰ কৰি থাকে )

বৰুণ—অনুগ্ৰহ কৰি তাৰ প্ৰমাণ কি কওক দেৱৰাজ ?

ইন্দ্ৰ—মোৰ প্ৰধান ৰাণী সুধৰ্ম্মা, দ্বিতীয়া নন্দা, তৃতীয়া চিত্ৰা আৰু সুধৰ্ম্মাৰ নামত দান কৰা অতিথ্যালয় এইপুৰীত বিৰাজমান বৰুণ !



বৰুণ—সুধৰ্ম্মা নামৰ গৃহত দেৱতাসকলে সমবেত হৈ প্ৰতি মাহত আঠবাৰকৈ নৰলোকৰ পাপ-পুণ্যৰ বিচাৰ হোৱা এই বিচিত্ৰ দেৱগৃহও মনুষ্যপুৰীত দান কৰা ?

ইন্দ্ৰ—হয়, মনুষ্যপুৰীত দান কৰা। কওঁ শুনা, মোৰ চতুৰ্থা ৰাণী সুজাতাই গৰ্ব্বিতা বশতঃ পৰমুখাপেক্ষী হৈ কোনো জন-হিতকৰ কাম নকৰা হেতু সেইদিনা যি জনী কাণী বগ ছদ্মবেশত ইয়ালৈ আনিছিলো তাৰো প্ৰমাণ।

( ইন্দ্ৰৰ কথা শুনি বৰুণ অবাক হৈ থাকে )

বিশ্বকৰ্ম্মা—সেই কাণী বগলীৰ জীৱন উদ্ধাৰ নহবনে কি দেৱৰাজ ?

ইন্দ্ৰ—তাই এই স্বৰ্গৰ বিপুল সুখ-সম্ভোগ দেখি আৰু মোৰ উপদেশত আজীৱন প্ৰাণী হত্যাৰ পৰা বিৰত থকা হেতু মৃত্যুৰ পিছত মৰ্ত্ত্যপুৰীৰ এক কমাৰৰ ঘৰত ৰূপলাৱণ্যময়ী কন্যাৰূপে জন্মি আজীৱন নানা জনহিতকৰ কাম আৰু পঞ্চশীল পালন কৰিব। আয়ুশেষত অসুৰৰাজ বেপচিত্তৰ ঘৰত অতি ৰূপহী হৈ জন্মিব। দুয়ো জন্মত পঞ্চশীল পালন আৰু নানা জনহিতকৰ কৃতপুণ্যৰ প্ৰভাৱত ছয় দেৱপুৰীত তেওঁৰ বাবে মোৰ বাহিৰে আন বৰ নহব।

বিশ্বকৰ্ম্মা—তেওঁ পুনৰ আপোনাৰ লগত মিলন হবহি দেৱৰাজ ?

ইন্দ্ৰ—হয়, মোৰ চতুৰ্থা ৰাণীৰূপে পুনৰ মিলন হবহি।

বিশ্বকৰ্ম্মা—তেন্তে আমিও বহু পুণ্যৰ ফলত এই ইন্দ্ৰপুৰীত সুখ-ভোগ কৰিছোহি দেৱৰাজ ?

ইন্দ্ৰ—হয়, এই দেৱ বিমানত যিমানবিলাক দেৱতা দেখা পাইছা,

সকলোৱেই পুণ্যভূমি মৰ্ত্ত্যত জন্মি দান ধৰ্ম্মাদি জনকল্যাণৰ কাম কৰিছিল।

বৰুণ—( আনন্দিত হৈ ) আমি ভাগ্যবান, মহাভাগ্যবান কিন্তু—

ইন্দ্ৰ—বুজিছো বৰুণ, তুমি আৰু বহুবাৰ মৰ্ত্ত্যত জন্মি জনহিতকৰ কাম কৰিব লাগিব। তাৰ পাছতহে মোৰদৰে দিব্যজ্ঞান সম্পন্ন হৈ জগতৰ তাৎপৰ্য্য কথা বুজিবলৈ সমৰ্থ হবা।

বিশ্বকৰ্ম্মা—হে দেৱৰাজ, আপোনাৰ অনুগ্ৰহত আমি চিৰধন্য হৈছো। আমাৰ আৰু এটি প্ৰাৰ্থনা পূৰণ কৰি কৃতাৰ্থ কৰক।

ইন্দ্ৰ—কোৱা বিশ্বকৰ্ম্মা, আৰু কি জানিবলৈ ইচ্ছা ?

বিশ্বকৰ্ম্মা—আপোনাৰ কৃপাত ধাৰ্ম্মিক সকলৰ সুখ-শান্তি আদি মাহাত্ম্যতাৰ বিষয়ে উপলব্ধি কৰিছো, এতিয়া মৰ্ত্ত্যবাসী নৰ-নাৰী বিলাকৰ পাপৰ পৰিণাম জানিবলৈ ইচ্ছা দেৱৰাজ!

ইন্দ্ৰ—সেইদিনা মোৰ আদেশত সেই চৌৰাশী হাজাৰ নৰক ভ্ৰমণাৰ্থে গৈ পুষ্পৱতী ৰাজ্যত জ্বালা-যন্ত্ৰণা আদিত আৰ্ত্তনাদ কৰি থকা নৰ-নাৰী বোৰক তোমালোকে নিজ চকুৰে দেখি অহা নাই জানো ?

( বৰুণ, বিশ্বকৰ্ম্মাই ইন্দ্ৰৰ কথাত উচাপথাই নিমাত হৈ তলমূৰ কৰি থাকে )

বিশ্বকৰ্ম্মা, তোমালোকে সেই নৰক আৰু পুষ্পৱতীত কি দেখি আহিলা কোৱা।



বিশ্বকৰ্ম্মা—( হাত যোৰ কৰি ) মৰ্ত্ত্যৰ পুষ্পৱতী ৰাজ্যত অশ্ব আৰু নৰমেধ যজ্ঞৰ যি বিভীষিকাৰ আয়োজন সৃষ্টি হৈছে তাক দেখি স্তম্ভিত হৈছো।

ইন্দ্ৰ—সেই নৰককুণ্ডবোৰত একা ?

বিশ্বকৰ্ম্মা—যমদূতবিলাকে অতি ডাঙৰ ডাঙৰ লোহাৰ শালবোৰত অসংখ্য প্ৰাণীক কুঁহিয়াৰ পেৰাৰ দৰে পেৰি পানীকুত কৰা, কৰতেৰে কাঠফলাদি ফালি ছিৰাছিৰ কৰা, বাৰহাত দীঘলৰ অতি তপত শলাত খৰিকা দিয়া, অতি বিৰাট থালিবোৰত গৰম তেল ঢালি মাছ ভজাদি ভাজিবলৈ ধৰা আৰু কতনো কি লোমহৰ্ষক হৃদয়বিদাৰক কষ্ট বিহা কাণ্ড দেখি আহিলো—তাক বৰ্ণনা কৰিবলৈ অতি ভয় লাগে দেৱৰাজ, উস্! নোৱাৰো আৰু।

( বিশ্বকৰ্ম্মা, বৰুণ, দুয়ো ভয়ত কঁপি কঁপি ইন্দ্ৰৰ ওচৰলৈ আহি তলমূৰ কৰি থাকে।)

ইন্দ্ৰ—সেই অতি তীক্ষ্ণ শলাৰে বহিঃদুৱাৰেদি তালু ভেদ কৰা ; আকাশ চুম্বি দব্ দব্কৈ জ্বলি থকা কিমান যে ভয়াবহ বিভিন্ন নৰকত ক্লেশ ভুঞ্জা সেই অসংখ্য প্ৰাণী বিলাকৰ করুণ দৃশ্যৰ পৰাই কৃত পাপ কৰ্ম্মৰ পৰিণাম বুজিব পাৰিলা বুলি মোৰ অনুমান।

বৰুণ—সঁচা দেৱৰাজ, আমি অজ্ঞানতা বশতঃ পুনৰুক্তি কৰিছো তাৰবাবে ক্ষমা কৰক। পিচে চন্দ্ৰকুমাৰ আদি ধাৰ্ম্মিক লোক সকলে যে অতি কষ্ট ভোগ কৰিছে ইয়াৰনো কাৰণ কি দেৱৰাজ ?

ইন্দ্র—সেয়েই ধৰ্ম্মৰ পৰীক্ষা। তাৰবাবে মই আজি মহা সমস্যাত পৰিছো আৰু শুনা, যি সকলে বিভিন্ন নৰকত ক্লেশ ভুগিছে, সেইবিলাকো একালত নৰজন্ম গ্ৰহণ কৰিছিল। কিন্তু দুদিনীয়া বিষয়-বাসনাত লিপ্ত হৈ কোনোৱে পঞ্চশীল লঙ্ঘন, কোনোৱে পিতৃ-মাতৃ আদি সাধু সন্তজনক অৱজ্ঞা আৰু হত্যা, কোনোৱে গৰ্ভপাত আৰু সদুপায়ৰ বাণিজ্যসমূহ নকৰি কেৱল প্ৰাণী, মাংস, অস্ত্ৰ, বিহ সুৰাদি পাঁচ প্ৰকাৰৰ অতি দোষণীয় বাণিজ্যত জীৱিকা নিৰ্ব্বাহ দোষতেই যুগ যুগান্তৰ নৰক যান্ত্ৰনা ভোগ কৰিবলৈ ধৰিছে; এয়ে হৈছে পাপ কৰ্ম্মৰ বিধান।

বিশ্বকৰ্ম্মা—চন্দ্রকুমাৰ আদিয়ে কি পাপ কৰ্ম্ম কৰিছিল, দেৱৰাজ?

ইন্দ্র—শুনা বিশ্বকৰ্ম্মা, বহু কল্পৰ আগতে এক বনিকৰ ঘৰত চন্দ্রকুমাৰে জ্যেষ্ঠ পুত্ৰ, খণ্ডহাল ব্ৰাহ্মণে কনিষ্ঠ পুত্ৰৰূপে জন্মগ্ৰহণ কৰে। বিষয়-বাসনাত জড়িত হৈ চন্দ্রকুমাৰে খণ্ডহালক হত্যা কৰিবলৈ উদ্যত হৈছিল। সেই পাপজনিত কু কৰ্ম্মফল আজিও খণ্ডন হোৱা নাই। ভুৰিদত্ত, মহানাৰদ, বিদুৰ পণ্ডিত, মহা উন্মাৰ্গ, বিশ্বন্তৰ আৰু গৌতম বুদ্ধৰ জন্মতহে সমূলঞ্চে ধ্বংস হব আৰু চন্দ্রকুমাৰেই গৌতম বুদ্ধৰূপে আবিৰ্ভাব হৈ জগতবাসীক এক নতুন পথৰ সন্ধান দিব পাৰিব।

বৰুণ—তেওঁলোকে যে অতি অসহনীয় কষ্টভোগ কৰিছে দেৱৰাজ?

ইন্দ্র—সঁচা, অসহনীয় কষ্টভোগ কৰিছে; কিন্তু দুখৰ পিচতহে



সুখ উদয় হয়। ভাবি চোৱা গভীৰ সাগৰৰ তলিতহে মানিক পোৱা যায়। সেইদৰে যি সকলে জন্ম-জৰা-ব্যাধি মৃত্যু আদি জগতৰ অসীম দুখ ৰাশিৰ পৰা মুক্ত হবলৈ বাঞ্ছা কৰে সেই সকলক একালে বিপদৰ সন্মুখীণ কৰি আনফালে মই এক অধিনায়ক হৈ স্বৰ্গীয় সুখৰ স্থানলৈ আনো। তহুঙ্কৰ, মেধঙ্কৰ আদি সাতাইশ জন বুদ্ধইও তেনে অসীম যন্ত্ৰণাৰ মাজেদিহে বুদ্ধত্ব লাভ কৰিছিল। এয়ে হ'ল ধৰ্ম্মৰ পৰীক্ষা।

বিশ্বকৰ্ম্মা—তেন্তে তাৰ নিৰোধৰ উপায় কি হব দেৱৰাজ?

ইন্দ্র—তাৰ উপায় অৱলম্বনাৰ্থেই মই মৰ্ত্ত্যলৈ ওলাইছো— অচিৰে সেই পৰীক্ষা সমাধা হব।

( সকলোৱে "জয় সুৰপতিৰ জয়, জয় চন্দ্রকুমাৰৰ জয়, জয় পুষ্পৱতীৰ জয়" ধ্বনি কৰে। )

ইন্দ্র—বিশ্বকৰ্ম্মা, মনত ৰাখিবা, চন্দ্রকুমাৰ প্ৰমুখ্যে ধাৰ্ম্মিক সকলক সকলো বিপদ আপদত সহায় কৰা আমাৰ প্ৰধান কৰ্ত্তব্য। এতিয়া তোমালোক যোৱাঁ, ময়ো মৰ্ত্ত্যলৈ গৈ তেওঁলোকক উদ্ধাৰ কৰোগৈ।

দুয়ো—দেৱৰাজৰ যি আদেশ। ( বিশ্বকৰ্ম্মা আৰু বৰুণৰ প্ৰস্থান। )

ইন্দ্র—যিজন সাধকে বুদ্ধত্ব লাভৰ অৰ্থে শত সহস্ৰবাৰ মৰ্ত্ত্যত জন্মিব লগা হৈছে, এনেজন পুণ্যাত্মা পুৰুষক ইন্দ্ৰই উদ্ধাৰ কৰিব নোৱাৰিলে এই ইন্দ্ৰত্বই বা ক'ত? যাওঁ—অপেক্ষা কৰিবৰ সময় নাই। ( প্ৰস্থান )

[ পট পৰে ]

## —দ্বিতীয় দৃশ্য—

ৰাজপথ।

( ধীৰে ধীৰে খণ্ডহাল ব্ৰাহ্মণৰ প্ৰবেশ )

খণ্ডহাল—চন্দ্ৰকুমাৰহঁতক আজি ৰাজপ্ৰাঙ্গণত বন্দী কৰি থৈছেহি। এইবাৰ মোৰ অভিপ্ৰেত যজ্ঞ সমাপন কৰি অপমানৰ উচিত প্ৰতিশোধ লম! চাম এইবাৰ কোনে ৰক্ষা কৰে। সিহঁতৰ জীয়া তেজ পিব নোৱাৰালৈকে মোৰ সুখ নাই, শান্তি নাই। যাওঁ, যাওঁ, সেই শত্ৰুহঁতক যজ্ঞস্থানলৈ আনি শীঘ্ৰে কাৰ্য্য সমাপন কৰোগৈ! হাঃ হাঃ হাঃ!

( যাবলৈ উদ্যত হয়, এনেতে এজন বৈৰাগীৰ গীত শুনিৰ লাগি চাই থাকে )

বৈৰাগীৰ—গীত

জীৱনৰে কিনো গান গাবি ঐ বৈৰাগী
" " " " " "
জন্ম-জৰা-ব্যাধি-মৃত্যু—
দুখে ভৰা ধৰা ঐ বৈৰাগী
" " " " "
আৰ্য্য সত্য অষ্টমাৰ্গ
ধৰ্ম্ম পথে চলি—
জীৱন সাৰ্থক কৰ নিত্য তই ঐ বৈৰাগী
জীৱনৰে কিনো গান গাবি ঐ বৈৰাগী।

( গীত গাই গাই বৈৰাগীৰ প্ৰস্থান )



খণ্ডহাল—ইও পাগলৰ দলৰে এটা ভয়ঙ্কৰ পাগল।

( বেগেৰে ব্ৰাহ্মণৰ প্ৰস্থান। আনফালৰ পৰা কথা পাতি পাতি গেন্ধেলা আৰু কতিয়াৰ প্ৰবেশ )

গেন্ধেলা—ভাগিন, এইবছৰ আমাৰ দেশখনত কি যে গ্ৰহদাল লাগিল কব পৰা নাই। চাৰিওফালে কন্দাকতা, দুঃখ-বেজাৰৰ সীমা-সংখ্যা নোহোৱা হৈছে আৰু যে কি হব কোনে জানে?

কতিয়া—এৰা অ' মোমাই, সেইসোপা কথা মনত পৰিলে গাৰ নোমবোৰ দাং খাই উঠে। চাচোন বাৰু যজ্ঞ নকৰো বুলি সকলোকে এৰি দিছিল, পিছে সেই মৰা ব্ৰাহ্মণ দালৰ কথামতে আকৌ ধৰি বান্ধি থোৱাইছেহি। ব'ল অ' আমি দুয়ো কিবা এটা কৰি পেলাওঁগৈ।

গেন্ধেলা—হেৰ' ভিতৰলৈ কেনেকৈ সোমাবি হোঁ? এইবাৰ যজ্ঞ স্থলত চাৰিওফালে যিহে হাতী গড় দিয়ালে তাতে ঘাই দুৱাৰবোৰত দুৱৰি-প্ৰহৰিহঁতৰ চোকা নজৰ!

( নেপথ্যত কিছুমান মানুহে "মৰিলো ঔ, মাৰিলে ঔ, লাহে লাহে যাবলৈ দিয়াহঁক ঐ" শব্দেৰে চিঞৰ বাথৰ কৰা শুনা যায়। )

কতিয়া—মোমাই, সৌৱা দেখিছ ৰজাৰ পালি-প্ৰহৰিহঁতে কেনেকৈ সকলোকে মাৰি কিলাই যজ্ঞস্থানলৈ লৈ গৈছে। এইবাৰ হলে কাৰো ৰক্ষা নহব দেই। দেহি ঐ এনে সাদৰি ধাৰ্ম্মিক লোক সকল নাইকীয়া হলে আমাৰ যে কি বিলৈহব?

( চন্দ্ৰকুমাৰ, সূৰ্য্যকুমাৰ, কোকিলা, উপসেনাক বান্ধি দুজন দ্বাৰপালৰ প্ৰবেশ। গেন্ধেলা কতিয়াই আঁতৰি চাই থাকে। )

১ম দ্বাৰপাল—ব'ল ব'ল বেগাই ব'ল, এইদৰে গলে নহব।

কোকিলা—ককাইহঁত! আমি ইমান বেগাই খোজ কাঢ়িব নোৱাৰো। লাহে লাহে যাবলৈ দিয়া। ( কান্দে )

২য় দ্বাৰপাল—এতিয়া আৰু বাণী বোলালে নহব, ভালে ভালে বেগাই খোজ দে নহলে দিম এতিয়া।

১ম দ্বাৰপাল—তহঁতৰ কাৰণে আমাৰো নগুৰ শাস্তি হৈছে, এবাৰ বোলে আমুকাহঁতক আনগৈ, সিবাৰ বোলে তামুকাহঁতক আনগৈ, এইখনেই হল আমাৰ ডিঙিৰ ফাচ; বল বেগাই বল।

( দুয়ো দ্বাৰপালে কুমাৰ কুমাৰীহঁতক টানি লৈ যাবলৈ উদ্যত হয়, এনেতে আউলী-বাউলী হৈ চন্দ্ৰাদেৱীয়ে চন্দ্ৰকুমাৰক আগভেটি ধৰেহি। )

চন্দ্ৰাদেৱী—প্ৰাণনাথ, প্ৰাণনাথ,—

( কান্দি বিহ্বল হৈ পৰে )

চন্দ্ৰকুমাৰ—প্ৰাণপ্ৰিয়া অৰ্দ্ধাঙ্গিনী মোৰ, তুমি নেকান্দিবা উঠা, এই জীৱন সন্ধিয়াৰ বেলা শেষ আলিঙ্গনেৰে মোক বিদায় দিয়া—বিদায় দিয়া।—

চন্দ্ৰাদেৱী—স্বামীগুৰু, প্ৰাণৰ দেৱতা, এই অভাগিনীকো লৈ বলক, আপোনাৰ লগতে প্ৰাণাহুতি দি ধৰণী শীতল কৰোগৈ।

১ম দ্বাৰপাল—হে মাতৃ, আমাক ক্ষমা কৰিব। আপুনি আমাক যাবলৈ দিয়ক, পলম নকৰিব। ( চন্দ্ৰকুমাৰৰ প্ৰতি ) বলক ৰাজকুমাৰ!



চন্দ্ৰকুমাৰ—( চন্দ্ৰাদেৱীৰ প্ৰতি ) এই জগতত মাতা-পিতা, স্ত্ৰী-পুত্ৰ আদি সকলো একে পথৰ পথিক। এদিন নহয় এদিন আমাৰ বিচ্ছেদ হবই লাগিব। গতিকে স্থিৰ হোৱা, দুঃখ চিন্তা সকলো পৰিহাৰ কৰি কাৰেঙলৈ ঘূৰি যোৱাঁ। কৰ্ম্মফলত আমাৰ আজি মৃত্যুদণ্ড। জগতত তোমাৰ অমৰ সতীত্ব সোণৰ আখৰেৰে লিখা থাকিব। মোৰ কথা শুনা, তোমাৰ সতীত্ব ধৰ্ম্ম ৰক্ষা কৰি মোক আনন্দ মনেৰে বিদায় দিয়া, মোৰ লগত তোমাৰ এয়ে শেষ দেখা। যোৱাঁ, যোৱাঁ—

( বেজাৰত আত্মহাৰা হৈ পৰে )

চন্দ্ৰাদেৱী—( কান্দি কান্দি ) এই শুকান, উদং বুকুখনি লৈ যাম কলৈ? মোৰ আৰু যাবলৈ স্থান আছে ক'ত? উস্ স্বামীগুৰু, দেৱতা মোৰ—

( অধৈৰ্য্য হৈ মাটিত পৰি যায়। এনেতে দ্বাৰপালদ্বয়ে সকলোকে টানি লৈ যায়। চন্দ্ৰাদেৱী মাটিৰ পৰা উঠি ইফালে সিফালে চাই।

স্বামী, তুমি মোক অনাথিনী কৰি কলৈ গ'লা? মোকো লৈ যোৱাঁ—ৰবা—ৰবা—।

( কুমাৰহঁতক লৈ যোৱাৰফালে কান্দি কান্দি বেগে প্ৰস্থান )

গেন্ধেলা—দেখিছ ভাগিন, ৰাজকোৱাঁৰী হৈয়ো কি দুঃখ-দুৰ্গতি ভোগ কৰিবলৈ ধৰিছে? মোৰ বৰ বেয়াই লাগিছে পাই।

কতিয়া—মোমাই, জনা-বুজা ঋষি-মুনিসকলে এনেয়ে কৈছেনে বোলে "পূৰ্ব্ব জন্মৰ বিপাকৰ হাতসৰা টান, বৰ টান।" এতিয়া যাওঁ ব'ল নহলে আমাৰ ফালেও একে গতি—(উভয়ৰ প্ৰস্থান)

[ পট পৰে ]

## —তৃতীয় দৃশ্য—

কাৰাগাৰ

( এটা কাৰাগাৰত চন্দ্ৰকুমাৰ, সূৰ্য্যকুমাৰ, কোকিলা আৰু উপসেনাক, আবদ্ধ কৰি ওচৰত দুটা দ্বাৰপাল ঠিয় হৈ থাকে। নেপথ্যত গৰুৰ হেম্বেলনি, ছাগলীৰ বেৰনি, ঘোঁৰাৰ ধেকুঢেকনি আৰু হাতীৰ চিঞৰ আদি শব্দই গোটেই ঠাইখন ভয়াবহ কৰি তোলে, অলপ পৰৰ পিছতে ব্ৰাহ্মণৰ প্ৰবেশ। )

খণ্ডহাল—দ্বাৰপাল ?

১ম দ্বাৰপাল—প্ৰভু !

খণ্ডহাল—কাম কিমান দূৰ সমাধা হৈছে ?

১ম দ্বাৰপাল—প্ৰভু, চন্দ্ৰকুমাৰ আদি চাৰি ভ্ৰাতৃক এই কাৰাগাৰতে আবদ্ধ কৰি বাকীবোৰক সেই গছকেইজোপাৰ তলতে বান্ধি থৈছোহি।

খণ্ডহাল—সেই পাপিষ্ঠহঁতক ভালকৈ চাবি, সাৱধান যাতে কোনো পলাই সাৰিব নোৱাৰে। মই অলপ পৰৰ পিছতে আহিম।

১ম দ্বাৰপাল—প্ৰভুৰ যি আদেশ।

[ এফালে বামুণৰ প্ৰস্থান আনফালে হাতত এটা টোপোলা লৈ আউলী-বাউলী হৈ গৌতমীৰ প্ৰবেশ ]

১ম দ্বাৰপাল—( আগ ভেটি ) ক্ষমা কৰিব মহাৰাণী, আমি যে ৰাজকৰ্ম্মচাৰী, ৰাজ আদেশ লঙ্ঘন কৰিবৰ আমাৰ ক্ষমতা নাই।



গৌতমী—সঁচা ৰাজকৰ্ম্মচাৰী, কিন্তু এই জীৱন-মৰণৰ সন্ধিক্ষণত প্ৰাণপুত্ৰহঁতৰ মুখকেইখন এবাৰ চাবলৈ দিয়া, বাধা নিদিবা।

১ম দ্বাৰপাল—আপোনাৰ আদেশ পালন কৰিছো ; কিন্তু পলম নকৰিব।

গৌতমী—( বেগে কাৰাগাৰৰ ওচৰত ঠিয় হৈ ) বাছাহঁত ! তহঁতক কোনে এই কাৰাগাৰত বান্ধি থৈছেহি ? উস্ কি দেখিলো, কাৰ আদেশত এই নীচ কাৰ্য্য হবলৈ ধৰিছে ? ( কান্দে )

চন্দ্ৰকুমাৰ—ধৈৰ্য্য ধৰক আই, পিতাৰ অতৃপ্ত বাসনা পূৰ্ণ হওক, তেওঁ স্বৰ্গলাভ কৰক। এই অন্তিমৰ সময়ত পদধূলি দি কৃতাৰ্থ কৰক—( কান্দে )

গৌতমী—প্ৰাণৰ চন্দ্ৰকুমাৰ। উস্ ! ( কথা কব নোৱাৰি সজল নয়নে কাৰাগাৰৰ ফালে চাই থাকে )।

চন্দ্ৰকুমাৰ—গৰ্ভধাৰিণী মাতৃ মোৰ ! মই আপোনাৰ মৰম-স্নেহৰ ধাৰ এই জনমত পৰিশোধ কৰিব নোৱাৰিলো ! ব্ৰাহ্মণৰ চল-চক্ৰান্তত আজি আমি প্ৰাণ বিসৰ্জ্জন দিব লগাত পৰিলো। পূজনীয়া আই মোৰ ! শত অপৰাধ ক্ষমা কৰিব।

গৌতমী—তহঁতক বধ কৰিব কোনে ? ( দ্বাৰপালৰ প্ৰতি ) দ্বাৰপাল ! অবলাৰ প্ৰাণধনহঁতক বধ কৰাৰ পূৰ্ব্বে মোক বধ কৰা ! বধ কৰা ! আনা তীক্ষ্ণ অস্ত্ৰ, দে বুকুত বহুৱাই !

[ বেজাৰত অচেতন হৈ মাটিত পৰি যায়। ২য় দ্বাৰপালে বিচিবলৈ ধৰে। চন্দ্ৰকুমাৰ, সূৰ্য্যকুমাৰ আদিয়ে চকুলো মচি থাকে। অলপ পৰৰ পাছতে ৰাণীয়ে চেতন পাই চাৰিওফালে চাই চাই ধীৰে ধীৰে ঠিয় হৈ টোপোলাৰ পৰা এটা সাজ হাতত লৈ। ]

বাছা দ্বাৰপাল, মোৰ প্ৰাণধন চন্দ্ৰকুমাৰক খন্তেক বাহিৰলৈ আহিবলৈ দিয়া—এই সাজটি পিন্ধাই চন্দ্ৰবদন মুখখনি চিৰদিনলৈ চাই লওঁ।

১ম দ্বাৰপাল—হে মাতৃ, তেনে আদেশ পালন কৰিব নোৱাৰো। আপুনি জনা-বুজা শিক্ষিতা ৰাণী। অযথা মিছা চেষ্টা কৰি সময় নষ্ট নকৰিব। ৰাজ আদেশ ৰক্ষা কৰি অতি শীঘ্ৰে বিদায় লওক।

গৌতমী—( মনতে ) মোৰ নয়নৰ মণি, হৃদয়ৰ ধন বাছাই এই সাজটি পিন্ধি যেতিয়া বিচাৰালয়লৈ যায় তেতিয়া কি সুন্দৰ দেখা পাওঁ! হায়! এই সাজ আৰু কোনে পিন্ধিব? কাক পিন্ধাম? উঃ প্ৰাণৰ বাছা মোৰ! (কান্দে)

চন্দ্ৰকুমাৰ—আই, আই, সেইবোৰ দেখুৱাই মোক বেজাৰ নিদিব। এতিয়া আপুনি ইয়াৰ পৰা—( কণ্ঠৰোধ ) ...

গৌতমী—যাব লাগে! কলৈ যাম? কাৰ মুখ চাই জীয়াই থাকিম? হায় ভগৱান! দয়াময়, তুমি শেষত ইয়াকে কৰিলা? উস্ ( মূৰ্চ্ছা )

**[ পট পৰে ]**



## —চতুৰ্থ দৃশ্য—

নৈৰ কাষ

( মলিন ফটা-চিতা কাপোৰ-কানি পিন্ধি আউলী-বাউলী হৈ চন্দ্ৰাদেৱীৰ প্ৰবেশ।

চন্দ্ৰাদেৱী—( মূৰে কপালে হাত দি ) ৰাজবোৱাৰী হৈ মধুৰ যামিনী অতিবাহিত কৰিছিলো। কিন্তু কালৰ কুটিল গতিত আজি স্বামীহীনা অনাথিনী মই। ক'ত মোৰ প্ৰাণাধিক স্বামী, ক'ত মোৰ ৰাজকাৰেং, পাপিষ্ঠ ব্ৰাহ্মণৰ কু-চক্ৰান্তত মোৰ হৃদয়ৰ ধন, নয়নৰ মণি আজি মৃত্যুৰ মুখত। কালিলৈ যজ্ঞাহুতি দিব। উস্ এতিয়াও মই জীয়াই আছো! আত্মহত্যা কৰি শোক মোচন নকৰো কিয়? ( অলপ ৰৈ ) অ' মই কি প্ৰলাপ বকিছো? আত্মহত্যা কৰিব খুজিছো? নহয়, নহয়, জগতত ভগৱান আছে, ধৰ্ম্ম আছে, হিতাহিত বিচাৰ আছে, যাৰ গুণ গান গালে সকলো বিপদৰ পৰা পৰিত্ৰাণ পোৱা যায়, তেওঁক এবাৰ স্মৰণ কৰো।

( ইফালে সিফালে দোখোজমান গৈ বহি বিলাপ-কৰিবলৈ ধৰে। )

চন্দ্ৰাদেৱী—( বিলাপ )—

সাক্ষী হোৱা নদ-নদী সপত সাগৰ।
সকলোৱে সাক্ষী হোৱা দেৱৰ ঈশ্বৰ
সাক্ষী হোৱা তস্কৰাদি দস্যু দীনগণ।
অনৰ্থক স্বামী মোৰ কৰিব নিধন ॥

পশু পক্ষী আদি কৰি দেৱ পুৰন্দৰ।
তন্নীত সাক্ষী হোৱা সব নৰবৰ ॥
আদি অন্ত সাক্ষী হোৱা আৰু দৈত্যগণ।
গন্ধৰ্ব্ব কিন্নৰ সহ সকলো ভুবন ॥
সাক্ষী হোৱা দেব-ধৰ্ম্ম মুনি ঋষিগণ।
অনৰ্থক প্ৰাণ পতি কৰিব নিধন ॥
সাক্ষী হোৱা বসুমতী সব নৰনাৰী।
শ্ৰমন-ব্ৰাহ্মণ আদি দিবা বিভাৱৰী ॥
এই ব্ৰাহ্মণ কৰিছে মিছা অত্যাচাৰ।
এই বাক্য সত্য যদি হয় মোৰ সাৰ ॥
তবে স্বামী সহবাসে যাবৎ জীৱন।
কটাব পাৰো এই অভাগী জীৱন ॥

( ছদ্মবেশে ইন্দ্ৰৰ প্ৰবেশ )

ইন্দ্ৰ—দেৱী, তুমি ধাৰ্ম্মিকা আৰু মহাশীলৱতী, তোমাৰ স্বামী-সহ নন্দাইতৰ জীৱন উদ্ধাৰাৰ্থে তুমি যি সত্য ক্ৰিয়া কৰিছা, তাৰ প্ৰভাৱত তোমাৰ পতিসহ সকলোকে লাভ কৰিব পাৰিবা

চন্দ্ৰাদেৱী—( ঠিয় হৈ ) মোৰ প্ৰাণপতিক লাভ কৰিব পাৰিম। কেনেকৈ? কেনেকৈ? আপুনি কোন?

ইন্দ্ৰ—দেৱী, মই এজন দীন-দৰিদ্ৰ পথিক।

চন্দ্ৰাদেৱী—মোৰ স্বামীক কোনে উদ্ধাৰ কৰিব! কাৰ সাধ্য! পথিক, তুমি মোক কিয় উপহাস কৰি বেজাৰ দিবলৈ আহিছা?



ইন্দ্ৰ—বেজাৰ দিবলৈ অহা নাই দেৱী, ভগৱান আৰু ধৰ্ম্মৰ প্ৰভাৱত তোমাৰ প্ৰাণধনক ঘূৰাই পাবা বুলিহে কবলৈ আহিছো।

চন্দ্ৰাদেৱী—মিছা, সকলো মিছা, জগতত ভগৱান নাই, ধৰ্ম্ম নাই, হিতাহিত বিচাৰ নাই।

ইন্দ্ৰ—কি কোৱাঁ, জগতত ভগৱান নাই, ধৰ্ম্ম নাই, হিতাহিত বিচাৰ নাই? তুমি ভুল বুজিছা আই!

চন্দ্ৰাদেৱী—থকা হলে ৰাজপুত্ৰহঁতে শালত ডিঙি পাতি দিবলৈ নাপালেহেঁতেন।

ইন্দ্ৰ—তুমি সতী তিৰোতা, তোমাৰ মুখত তেনে অমূলক কথাই শোভা নাপায় আই!

চন্দ্ৰাদেৱী—পথিক, তোমাৰ কথাত মই আশ্বস্ত বোধ কৰিব পৰা নাই—।

ইন্দ্ৰ—তুমি ভবা কথা ভুল। অতি ভুল। জগত পৰিচালিত হৈছে ভগৱানৰ দ্বাৰা, প্ৰাণীসকল নিজ নিজ কৰ্ত্তব্যত প্ৰবৃত্ত হৈছে ধৰ্ম্মৰ দ্বাৰা প্ৰাণীহঁত নৰকত পৰিছে, ধাৰ্ম্মিকে স্বৰ্গলাভ কৰিব পাৰিছে হিতাহিত বিচাৰৰ দ্বাৰাহে। এই বিচাৰ নথকা হলে ইয়াৰ পৰিণতি ঘটিলহেঁতেন কেনেকৈ? গতিকে এই মহা বাণীত দীক্ষিত হৈ সকলো দুঃখ বেজাৰ পাহৰি নিজ স্থানলৈ ঘূৰি যোৱাঁ। তোমাৰ বাঞ্ছিত পদ অচিৰে লাভ হব যোৱাঁ। ময়ো মোৰ কৰ্ত্তব্যলৈ যাওঁ।

( ইন্দ্ৰৰ প্ৰস্থান )

চন্দ্ৰাদেৱী—পথিক, তুমি মোক কি অমৃতবাণী শুনাই গুচি গলা। শুকান মৰুভূমিত এটুপী পানী পিবলৈ পাম জানো? অসম্ভৱ, তেনে আশা কৰিব নোৱাৰো। (অলপ ৰৈ) অ' নহয়, কাঁইটৰ মাজতহে গোলাপৰ পাহিটি ফুটি সৌৰভ বিলায়, কিন্তু—।

(গীত গাই গাই সাধকৰ প্ৰবেশ)

### গীত

নুমাব লগীয়া মাটিৰ চাকিটি
ইন্ধন বিনে তোৰ।
সত্য ক্ৰিয়াত জিলিকি উঠিব
প্ৰাণত বাজিব অমিয়া সুৰ।
বাজিব দুন্দুভী বাজিব মৃদং
উদং হিয়াত দিবহি জুৰ!
কৰ্ম্মৰ দাবাগ্নি শীঘ্ৰে নুমাব
প্ৰাণত বাজিব অমিয়া সুৰ।

(সাধকৰ প্ৰস্থান)

চন্দ্ৰাদেৱী—(আচৰিত হৈ) একেই আশাৰ বাণী শুনাই গল এই গায়কে। তেন্তে অকুল সাগৰৰ গুৰি ব'ঠা ভাগি উটি ভাঁহি ফুৰা মোৰ প্ৰাণৰ তৰীখনি বিচাৰি পাম? তেন্তে দয়াময় ভগৱান আছে—মোক বিপদত পাৰ দিব? ভগৱান, ভগৱান—

(উন্মাদিনী হৈ বেগে প্ৰস্থান)

**(পট পৰে)**

---

## —পঞ্চম দৃশ্য—

যজ্ঞস্থান

(এখন বলি শালৰ ওচৰত কিছুমান ফুল সিচৰিত, শালৰ দুকাষে দুগছ বন্তি জ্বলি থাকে। ধূপ ধুনাৰ ধোঁৱাই গোটেই যজ্ঞস্থল আচন্ন কৰি ৰখা দেখা যায়। খণ্ডহাল ব্ৰাহ্মণে শঙ্খ ঘণ্টা বজাই বজাই ভাগুকিৰূপে পূজা কৰে, অলপ আঁতৰত এটা খুটাত চন্দ্ৰকুমাৰ, সূৰ্য্যকুমাৰ, উপসেনা, কোকিলাক বান্ধিথোৱা দেখা যায়। ওচৰত দুটা দ্বাৰপাল ঠিয় দি থাকে, হাতত তৰোৱাল লৈ এজন কটোৱালে বলিৰ বাবে অপেক্ষা কৰি থাকে)

চন্দ্ৰকুমাৰ—ব্ৰাহ্মণ, আগতে মোক হত্যা কৰিবলৈ আদেশ দিয়ক, অপেক্ষা নকৰিব।

খণ্ডহাল—অপেক্ষা কৰা নহব, এতিয়াই এই মুহূৰ্ত্ততে নিধন হবি। সাজু হ, সাজু হ। (দ্বাৰপালৰ প্ৰতি) দ্বাৰপাল, আগতে চন্দ্ৰকুমাৰক খুলি লৈ আহ, পলম নকৰিবি।

(১ম দ্বাৰপালে চন্দ্ৰকুমাৰক খুলি লৈ শালৰ ওচৰত উপস্থিত হ্যহি)

কুমাৰ, কুমাৰ, তোৰ পিতাৰৰ স্বৰ্গলাভৰ বাবেই এই পূজাৰ আয়োজন। (বিকত হাঁহি) হাঃ হাঃ হাঃ—

চন্দ্ৰকুমাৰ—(ওপৰলৈ চাই) হে কৰুণাসিন্ধু, জগত পিতা ভগৱান মোৰ! তোমাৰ ইচ্ছাই পূৰ্ণ হওক! (কান্দে)

(তৎক্ষণাৎ নেপথ্যত হো হোৱনিৰ এক শব্দ শুনি যজ্ঞস্থলৰ সকলোৱে ভয়ত বিতত হৈ কি কৰো, কি নকৰো ভাবে অবাক হৈ চাই থাকে। অলপ পিছতেই হাতত গদা লৈ ভীষণ ৰূপ ধৰি ইন্দ্ৰৰ প্ৰৱেশ)

ইন্দ্ৰ—পাপিষ্ঠ, নৰাধম ব্ৰাহ্মণ সাৱধান! কাৰ আদেশত এনে নৃশংস হত্যাকাণ্ড কৰিবলৈ উদ্যত হৈছ? সাৱধান, এতিয়াই এই মুহূৰ্ত্ততে মুক্তি দে, মুক্তি দে, নহলে—।

খণ্ডহাল—( অতি ভয়ে ভয়ে হাত যোৰ কৰি ) হে দেৱ, ক্ষমা কৰক, ক্ষমা কৰক, আপুনি কোন?

ইন্দ্ৰ—মোৰ পৰিচয় তোৰ আৱশ্যক কি? নৰপিশাচ, কুলাঙ্গাৰ, এই ইন্দ্ৰৰ হাতত তোৰ আজি মৃত্যু অনিবাৰ্য্য। সাৱধান! অতি সাৱধান! এতিয়াই, এই মুহূৰ্ত্ততে সকলোকে মুক্তি দে—। ( গদা ঘূৰাই ঘূৰাই ইন্দ্ৰৰ প্ৰস্থান )

খণ্ডহাল—( কিং কৰ্ত্তব্য বিমূঢ় হৈ ইন্দ্ৰ যোৱাৰ ফালে চাই থাকে ) প্ৰভু, প্ৰভু! শত অপৰাধ ক্ষমা কৰক, ক্ষমা কৰক। এই মুহূৰ্ত্ততে সকলোকে মুক্তি দিম। ( দ্বাৰপালৰ প্ৰতি ) দ্বাৰপাল, সকলোকে মুক্তি দিয়া যোৱাঁ—পলম নকৰিবা—।

১ম দ্বাৰপাল—সাৱধান পাপী, মৃত্যুৰ বাবে প্ৰস্তুত হ। তোৰ পাপ কৰ্ম্মত আজি পুষ্পৱতী কলঙ্কিতা—উঃ কি পৰিতাপ! ( খণ্ডহাল ব্ৰাহ্মণে কঁপি কঁপি কুমাৰ কুমাৰীহঁতক খুলি দিয়ে )

খণ্ডহাল—কুমাৰ, কুমাৰ, এই পাপীক ক্ষমা কৰক—ক্ষমা কৰক—।

চন্দ্ৰকুমাৰ—ব্ৰাহ্মণ, পাপ কৰ্ম্মৰ কি পৰিণাম, কি ভয়াবহ তাক বুজি লোৱা।

২য় দ্বাৰপাল—( কটোৱালৰ হাতৰপৰা তৰোৱাল লৈ ) ৰাজকুমাৰ, আদেশ কৰক, এই পাপিষ্ঠক এতিয়াই, এই মুহূৰ্ত্ততেই এই তৰোৱালেৰে ছিন্ন-ভিন্ন কৰি পেলাওঁ—।



( ভিতৰত সকলোৱে ) "কুলাঙ্গাৰক মাৰ! মাৰ! ১ম, ২য় দ্বাৰপাল আৰু ব্ৰাহ্মণৰ বাহিৰে সকলোৰে প্ৰস্থান। অলপপৰৰ পিছতেই চাৰিওফালৰ পৰা দলি, ফৰমুটি ব্ৰাহ্মণৰ গাত পৰিবলৈ ধৰে। পুনৰ সকলোৱে "মাৰ! মাৰ! কি চাই আছ" শব্দ শুনা যায় )

দ্বাৰপালদ্বয়—( ব্ৰাহ্মণৰ বাহুত ধৰি ) পিশাচ, পাপী, তোৰ আজি মৃত্যু,—মৃত্যু—।

(মাটিত পেলাই ভুকুৱাবলৈ ধৰে। বামুণে উস্ আস্ কৰি কেকাবলৈ ধৰে)

দ্বাৰপাল দ্বয়—( বিকট হাঁহি মাৰি ) কেনে মজা, কেনে মজা, প্ৰতিশোধ, ভীষণ প্ৰতিশোধ।

খণ্ডহাল—( ক্ষীণ স্বৰে ) উস্ বৰ যন্ত্ৰণা, প্ৰাণ যায়! প্ৰাণ যায়! এটুপি পানী দিয়া, পানী—পা—নী—

১ম দ্বাৰপাল—( মুখত পদাঘাট কৰি ) এই খা পিয়াহৰ পানী—।

( খণ্ডহালৰ মৃত্যু )

**[ পট পৰে ]**

---

## —ষষ্ঠ দৃশ্য—

খণ্ডহাল ব্ৰাহ্মণৰ ঘৰ

( আউলী-বাউলী হৈ সৰ্ব্বেশ্বৰীৰ প্ৰবেশ )

সৰ্ব্বেশ্বৰী—উস্ পিশাচ কুলাঙ্গাৰহঁতে মোৰ প্ৰাণপতিক হত্যা কৰিলে, নাজানো কি দোষত মোৰ স্বামীৰ অকাল মৃত্যু হ'ল। উস্ প্ৰিয় বিচ্ছেদৰ কি অন্তৰ্দাহ! স্বামী গুৰু, তুমি আজি কলৈ গলা, মই কাৰ মুখ চাই জীয়াই থাকিম! ( উচুপি উচুপি কান্দে )

( বৈৰাগী বেশে গীত গাই গাই ইন্দ্ৰৰ প্ৰবেশ )

গীত

কলিতে মৰহিল গোলাপৰ পাহিটি
প্ৰাণত নাবাজে সুৰ—
মহা সাগৰৰ তলিত হেৰালে
প্ৰাণৰে লগৰী তোৰ।
হিয়া ভাঙি ভাঙি কান্দিলে কি হব
পৰাণ নপৰে শাঁত,
নয়নৰ তৰা লুকালে মেঘত
অগনি জ্বলিছে গাত।

( গীতৰ শেষত সৰ্ব্বেশ্বৰীয়ে বৈৰাগীৰ ফালে চাই থাকে )

সৰ্ব্বেশ্বৰী—সঁচা, ক্ষুদ্ৰ স্বাৰ্থত জড়ীত হোৱাৰ পৰিণামত অকুল সাগৰত তৰী ডুব গল। কিন্তু মৃত্যুৰ সময়ত যদি এটুপি পানীও দিবলৈ পালোহেঁতেন। হাঁয় হাঁয়, অভাগিনী সৰ্ব্বেশ্বৰী! তই আজি কাৰ মুখ চাই জীয়াই থাকিবি ?

( বহি চকুলো মচে )

ইন্দ্ৰ—আই, তুমি ইমান অধৈৰ্য্যা হোৱা অনুচিত। কৰ্ম্ম ফলৰ পৰিণতি কোনেও খণ্ডাব নোৱাৰে। মোৰ অনুৰোধ, প্ৰিয় বিয়োগ শোক পৰিহাৰ কৰি কৰ্ত্তব্য পথত আগবাঢ়া। জগতৰ সকলো বস্তুৱেই অনিত্য, দুদিনৰ পিচত তুমিও মৰিবা,ময়ো মৰিম। তুমি সকলো দুঃখ বেজাৰ পাহৰি সেই ত্ৰিলোকেশ্বৰ ভগৱানৰ চৰণ কমলত প্ৰাৰ্থনা কৰা, তেওঁৰ বাহিৰে ক'তো শান্তি নাপাবা।



সৰ্ব্বেশ্বৰী—সঁচা, ভগৱানৰ বাহিৰে মই ক'তো শান্তি লাভ কৰিব নোৱাৰো। কিন্তু—

ইন্দ্ৰ—আই, মই তোমাৰ ব্যথিত জীৱনৰ সকলো কথা বুজিছো। তোমাৰ স্বামীৰ পাপ কৰ্ম্মৰ ফলতেই তোমাৰ এটি কন্যা বজ্ৰপাতত, আনটি পানীত পৰি মৃত্যু ঘটিল আৰু এক পাপৰ পৰিণতিতেই তোমাৰ একমাত্ৰ পুত্ৰ ধনকো সৰ্পই দংশন কৰিলে। এনে প্ৰিয় বিচ্ছেদ শোক সহ্য কৰা টান, অতি টান। কিন্তু বিপদ ধুমুহা সদায় আছে, আমি সেইবোৰ মূৰপাতি বহন কৰিবই লাগিব, সেয়েহে জ্ঞানী-সকলৰ উপদেশ। তুমি ক্ষান্ত হোৱা, বেজাৰ নকৰিবা।

সৰ্ব্বেশ্বৰী—প্ৰভু কওক, মোৰ এই দুখৰ ৰাতি কেনেকৈ পুৱাব ? এই শুকান উদং বুকুখনি লৈ কেনেকৈ জীয়াই থাকিম ? মোৰ কাৰণে শান্তিৰ ঠাঁই এথন আছে ক'ত ? উঃ ভগৱান! জগত পিতা, তুমি অবলাক কি পৰীক্ষাত পেলাই ৰং চাইছা ? ( কান্দে )

ইন্দ্ৰ—ধৈৰ্য্য ধৰা, নাকান্দিবা, সংসাৰৰ দুঃখ-তাপ, জ্বালা-যন্ত্ৰণা, বিপদ-আপদ সকলোবোৰ ভগৱানৰেই দান। আমি সেইবোৰ ভুগিবই লাগিব আই—

সৰ্ব্বেশ্বৰী—হে দেৱ, আপোনাৰ মধুৰ উপদেশ বাণীত মই যেন এক নতুন জ্ঞান লাভ কৰিছো, সকলো দুখ বেজাৰ পাহৰি গৈছো; কিন্তু কওক, আপুনি কোন ?

ইন্দ্ৰ—মোৰ পৰিচয় লবৰ আৱশ্যক নকৰে আই। মোৰ বহুত কাম আছে, মই এতিয়া যাওঁ—

সৰ্ব্বেশ্বৰী—কলৈ যায়? দয়া কৰি আপোনাৰ পৰিচয় দি মোকো লৈ যাওক, নহলে—

ইন্দ্ৰ—( গাৰ কাপোৰ খহায় ) দেৱী, মই সেই দেৱৰাজ ইন্দ্ৰ, একৰাজৰ পুত্ৰ-কন্যাদি উদ্ধাৰাৰ্থে মোৰ এই আগমন।

সৰ্ব্বেশ্বৰী—( আঠুকাঢ়ি ) হে দেৱৰাজ! নিৰাশ্ৰয়াৰ আশ্ৰয়, অবলাৰ বল, আপোনাৰ শ্ৰীচৰণত শতবাৰ নমস্কাৰ, মোক উদ্ধাৰ কৰক, ৰক্ষা কৰক।

ইন্দ্ৰ—দেৱী, তোমাৰ স্বামী আৰু পুত্ৰ-কন্যাৰ শত সহস্ৰ জন্মৰ পৰাই এইদৰে অকাল মৃত্যু ঘটি আহিছে আৰু পাঁচ জন্মৰ পাছত সকলো বিপাক খণ্ডন হব। গৌতম বুদ্ধৰ দিনৰ পৰাহে মধুৰ যামিনী অতিবাহিত কৰিবলৈ পাবা।

সৰ্ব্বেশ্বৰী—প্ৰভু, আপুনি মোক অমৃত পান কৰালে। তাৰ বিনিময়ত আপোনাক পুনৰ শতবাৰ নমস্কাৰ কৰিছো।
( সেৱা কৰে )

ইন্দ্ৰ—( ককালৰ খোচনিৰ পৰা কিবা এটা উলিয়াই ) তুমি শোক পৰিহাৰ কৰাত মই বৰ সন্তুষ্ট হলো। হোৱাঁ এইটি ঔষধ। ( হাত পাতি লয় )

সৰ্ব্বেশ্বৰী—প্ৰভু, এই ঔষধ কৰিম কি?

ইন্দ্ৰ—( হাঁহি ) অপাৰ সম্পত্তি লাভ কৰিব পাৰিবা।

সৰ্ব্বেশ্বৰী—অপাৰ সম্পত্তি লাভ কৰিব পাৰিম?

ইন্দ্ৰ—হয়, সেই ধনেৰে জনহিতকৰ কাম কৰি সুখত কাল অতিবাহিত কৰিব পাৰিবা, মই এতিয়া যাওঁ।
( ইন্দ্ৰৰ অন্তৰ্দ্ধান )



সৰ্ব্বেশ্বৰী—( সজল নয়নে ইন্দ্ৰ যোৱাৰ ফালে চাই ) তুমি ইন্দ্ৰ দেৱতা, এই অভাগিনীক অমৃত দি গুচি গলা, কলৈ গলা? আকৌ এবাৰ দেখা দিয়া, দেখা দিয়া। ( অলপ ৰৈ ) মই আছো ক'ত? অপাৰ সম্পত্তি পাম, সেই ধনেৰে জনহিতকৰ কাম কৰি সুখত কাল কটাব পাৰিম; ই জানো সম্ভৱ? ( অলপ নীৰৱ হৈ ) অ' নহয়, ভগৱান কৰুণাময়ৰ অৱদান—নিশ্চয় পাম। সেই ধনেৰে অনুষ্ঠান গঢ়িম, জনতাক সেৱা কৰিম। যাওঁ সেই ভগৱানৰ চৰণ কমল উপাসনা কৰোগৈ।

( সৰ্ব্বেশ্বৰীৰ প্ৰস্থান, আনফালে ঢোল বজাই বজাই এজন দূতৰ প্ৰবেশ )

দূত—( ডাঙৰকৈ জাননীখন পঢ়ি ) "পুষ্পৱতী ৰাজ্যৰ লৰা-বুঢ়া, ডেকা-গাভৰু আদি নগৰে চহৰে চুকে কোনে য'তে যেনেকৈ থকা সকলো নৰ-নাৰীকে জনোৱা যায় যে, ধূৰ্ত্ত কুটিল প্ৰকৃতিৰ লোক খণ্ডহাল ব্ৰাহ্মণৰ কু পৰামৰ্শত আমাৰ মহাৰজাই পুষ্পৱতী ৰাজ্য ধ্বংস কৰিবলৈ যোৱাৰ দোষত তেওঁৰ আজীৱন নিৰ্ব্বাসন দণ্ড হৈ যোৱাত পুষ্পৱতীৰ ৰাজসিংহাসনত তেওঁৰ পুত্ৰ চন্দ্ৰকুমাৰক বহুৱাবৰ বাবে কালিলৈ ৰাজদৰবাৰ বহিব। নতুন ৰজাৰ মঙ্গল কামনাথে আৰু তেওঁৰ দ্বাৰাই ঘোষিত শাসন ব্যৱস্থা শুনিবৰ নিমিত্তে সকলোকে দৰবাৰলৈ আহ্বান কৰা হ'ল।"

( পুনৰ ঢোল বজাই বজাই দূতৰ প্ৰস্থান )

**[ পট পৰে ]**

## —সপ্তম দৃশ্য—

এখন জনশূন্য এৰাবাৰী

দূৰৈত এখন বনভূমি দেখা যায়। তামোল, আম, কঠাল আদি
নানা গছেৰে বাসস্থান ঘোপ মৰা; অ'ত ত'ত কেইটামান
জৰাজীৰ্ণ এৰা ঘৰ। মলিন কাপোৰ-কানি পিন্ধি
এজোপা গছৰ চাঁত মূৰে কপালে হাত দি
বেজাৰ মনে একৰাজ বহি থাকে। কুলি
কেতেকীৰ "কুউ, কুউ" মাতত
ৰজাৰ মন ত্ৰিগুণ জৰ্জ্জৰিত
হৈ উঠা দেখা যায়,
ইফালে সিফালে
চথোজমান গৈ।)

একৰাজ—মই সেই পিশাচ কুলাঙ্গাৰ খণ্ডহালকে বিশ্বাস কৰিছিলো। আজিহে মোৰ মায়াৰ সপোন চূৰ্ণাকৃত হ'ল। পুষ্পৱতীৰ ভাগ্যলক্ষ্মীৰ কপালৰ তিলক মচ্ খুৱাই পুষ্পৱতীক শ্মশানত পৰিণত কৰিবলৈকে ধূৰ্ত্ত কুটিলে মোক পৰামৰ্শ দিছিল। ৰাজ্যহাৰা, চুৰ্কপলীয়া, কুলত কলঙ্ক কালিমা সনা একৰাজ! তই সেই নৰাধম কুটিল প্ৰকৃতিৰ খণ্ডহালৰ শঠতা আৰু হিংসামূলক পৰামৰ্শ লৈ তোৰ সোণৰ সংসাৰখনি ছাৰখাৰ কৰি আজি তই দেশান্তৰ হলি। পিশাচ নিধৰ্ম্মী,



তই নিজেই গাখীৰ খুৱাই বিষধৰ সৰ্প পুহি দংশিত হলি। তোৰ এই বিষ নমাবলৈ সাধ্য আছে কি? বেচ্ পাপৰ প্ৰায়শ্চিত্ত ভোগ কৰ আৰু কৰ, উস্ মই ক'ত আছোহি? এই জনপ্ৰাণী কোলাহল অন্তৰালত আজি মোৰ স্থান।

(কপাল আৰু বুকু ভুকুৱাই ভুকুৱাই অনুতাপ কৰে। মূৰত পাগুৰি, হাতত এডাল এচাৰি লৈ এটা গৰখীয়াৰ প্ৰবেশ)

গৰখীয়া—(দূৰলৈ চাই, মনতে) এইহেন মৰিশালীৰ নিচিনা এৰাবাৰীৰ মাজত কোনে বক্বকাই আছেহি? (দোখোজমান আগবাঢ়ি মনতে) ঐ আই, বৰ শকত-আৱত বুঢ়া মানুহচোন! এওঁক আকৌ কি মতা ভূতে পালে? (ওচৰলৈ গৈ ফুটাই) হেৰি বুঢ়া দেউতা, আপুনি ক'ৰ মানুহ? নবকৰ নিচিনা এই এৰাবাৰীখনত বক্বকাই আছেহি কিয়?

একৰাজ—বোপাই, মই পুষ্পৱতীৰ হতভগীয়া কুলাঙ্গাৰ একৰাজ। মোক এটুপি পানী দিয়া বৰ পিয়াহ লাগিছে।

গৰখীয়া—(মনতে) অ' আমাৰ মহাৰাজ। খণ্ডহালৰ পৰামৰ্শত নৰমেধ যজ্ঞ কৰি স্বৰ্গ লাভ কৰিছেহি। বৰ ভাল হৈছে বাপেকে আৰু হওক (ফুটাই) মহাৰাজ আপুনি পানী খাওঁ বুলিছেনে কি?

একৰাজ—মই মহাৰাজ নহওঁ বোপাই, মই পাপী, মই নৰ পিশাচ। মোক মহাৰাজ বুলি সম্বোধন নকৰিবা। যোৱাঁ

এটুপি পানী দিয়াহি, উস্ কি যাতনা, কি জ্বালা। উস্ বৰ পিয়াহ লাগিছে। অণ্ঠে-কণ্ঠে শুকাই গৈছে।

গৰখীয়া—দেউতা ইয়াত যি কেইটা পুখুৰী আছে মৰাশ ধোৱা। এই ঠাইত ভাল পানী ক'তো নাই।

একৰাজ—মৰাশ ধোৱা? হওক তাৰ পৰাই আনি দিয়াহি মই খাম। ( গৰখীয়াই বেগাবেগিকৈ গৈ পানী এচুঙা আনি ৰজাক দিয়েহি। কেই ঢোকামান খাই ) উস্ ( চুঙাটো গৰখীয়াক দিয়ে )

গৰখীয়া—( চুঙাটো জোকাৰি ) দেউতা অলপ থাকিল আৰু খাবনেকি?

একৰাজ—নেখাওঁ, এয়ে যথেষ্ট।

গৰখীয়া—( মনতে ) শ ধোৱা আৰু মহে ঘূলি লোৱা পুখুৰীৰ পানী যেতিয়া গোন্ধাবই গোন্ধাব। আমি হলে মৰি গলেও এনেকুৱা পানী নেখাওঁ। ( ফুটাই ) দেউতা, মই গৰু বিচাৰি যাওঁ আপুনি থাকিবহে।

( গৰখীয়াৰ একালে প্ৰস্থান, মলিন কাপোৰ কানি পিন্ধি এটা পাত্ৰত কিছুমান ফল-মূল লৈ আন ফালৰপৰা "উস্ স্বামী আপুনি ক'ত আছে?" বুলি চিঞৰি গৌতমীৰ প্ৰবেশ )

গৌতমী—প্ৰাণনাথ, প্ৰাণনাথ!

একৰাজ—কোন, গৌতমী, তুমি ইয়ালৈ কিয় আহিছা? উস্—
( বেজাৰত মাটিত পৰি যায় )



গৌতমী—( হতাশ হুমুনিয়াহ পেলাই ) হে স্বামী প্ৰাণৰ দেৱতা মোৰ! বেজাৰ নকৰিব উঠক, ফলাহাৰ কৰি জীৱন ৰক্ষা কৰক।

একৰাজ—( ধীৰে ধীৰে মূৰ দাঙি ) প্ৰাণপ্ৰিয়া, অৰ্দ্ধাঙ্গিনী মোৰ! ফল আনিছা? ফলাহাৰ কৰি প্ৰাণ ৰক্ষা কৰিব লাগে? এই শ্মশান সদৃশ ঠাইত হতভগীয়াৰ ৰক্ষা ক'ত? এই পাপী কুলাঙ্গাৰ জীয়াই থকাৰ প্ৰয়োজন কি? উস্ মই এতিয়াও মৰা নাই কিয়?

গৌতমী—প্ৰাণনাথ! প্ৰাণনাথ!!

একৰাজ—মই তোমাৰ প্ৰাণনাথ নহওঁ, তেনেভাৱে সম্বোধন নকৰিবা গৌতমী। আজি এই কুলাঙ্গাৰে জীৱনৰ ব্যৰ্থতা ভালকৈয়ে প্ৰমাণ কৰি দেখুৱালে। উস্ মই কি কৰিলো, ক'ত আছোঁহি। চৌদিশ যেন ঘূৰিবলৈ ধৰিছে—গৌতমী মোক ধৰা! ধৰা!! মই আৰু স্থিৰেৰে থাকিব পৰা নাই।

( কণ্ঠৰোধ )

গৌতমী—ধৈৰ্য্য ধৰক প্ৰাণনাথ, দুৰ্দ্দিনত আৰু বিপদত ধৈৰ্য্য ৰক্ষা কৰাহে জ্ঞানীসকলৰ কাম। পূৰ্ব্ব জন্মৰ কৃত কৰ্ম্মৰ পৰিণামত যিবোৰ ঘৃণা লাঞ্ছনা, দুঃখ-কষ্ট মূৰৰ ওপৰেদি বাগৰি গৈছে. সেই অতীতৰ দুঃখ বেজাৰ পাহৰি পেলাওক।

মন দৃঢ় কৰক, ভগৱানৰ চৰণত প্ৰাণ অৰ্পণ কৰক, তেওঁৰ বিনে কোনোৱেই আপোনাক শান্তি দিব নোৱাৰে।

একৰাজ—শান্তি? মই আৰু ক'ত শান্তি পাম? তুমি যোৱাঁ, মই ইয়াত অকলশৰে এই জীৱনৰ তাণ্ডৱলীলা সৃষ্টি কৰি মৰিম।

গৌতমী—( ধৈৰ্য্য ধৰি ) স্বামী গুৰু। প্ৰাণৰ দেৱতা মোৰ! এই সংসাৰ কেনে কঠোৰ, কেনে পৰীক্ষাৰ স্থল তাক আপুনি নিজেই অনুভব কৰিব পাৰিছে। মোৰ কথা শুনক, ফলাহাৰ কৰি ৰাজধানীলৈ বলক। আমাৰ কাৰণে বাসস্থান প্ৰস্তুত। আপোনাক পুনৰ ঘূৰাই নিবৰ অৰ্থে বহুত প্ৰজা সৌ বাটৰ কাষত অপেক্ষা কৰি আছেহি।

একৰাজ—মোক নিবলৈ? যি সকলোৰে অপদাৰ্থ আৰু এটা আকাশচ্যুত ধূমকেতু, সি আকৌ ৰাজধানীলৈ উভতি যাব? তেনে প্ৰাৰ্থনা নকৰিবা গৌতমী, যোৱাঁ এই ঠাই তোমাৰ নহয়। মোৰ পাপৰ প্ৰায়শ্চিত্ত ভোগ কৰি ইয়াতে এই ঠাইতে পাপী জীৱন পাত কৰিম।

( বেজাৰত মূৰ্চ্ছা হৈ পৰে )

গৌতমী—( ৰজাক সাৱটি ) প্ৰাণনাথ! প্ৰাণনাথ!! মই কলৈ যাম? যাম কলৈ? কাৰ মুখ চাবলৈ? মোৰ আছে



কোন? স্বামীহাৰা অভাগিনীয়ে কাৰ মুখ চাই জীয়াই থাকিব?

একৰাজ—গৌতমী, তোমাৰ লগত কোনো সম্বন্ধ ৰাখি অহা নাই, তুমি যোৱাঁ, মোক উত্তেজিত কৰিবলৈ নাহিবা। মই মোৰ পাপৰ প্ৰায়শ্চিত্ত কৰিম, অনাহাৰে অনিদ্ৰাত থাকি। তুমি যোৱাঁ, যোৱাঁ, অযথা আমনি কৰিবলৈ আহিছা কিয়?

গৌতমী—উস্ এয়ে আপোনাৰ ইচ্ছা! উস্ ভগৱান, গৌতমীৰ ভাগ্যত এয়ে আছিল নে? স্বামীহাৰা হৈ জীয়াই থকাতকৈ মৃত্যু শত সহস্ৰগুণে শ্ৰেয়ঃ। তাকে কৰো, সেয়ে হওক মোৰ শেষ কৰ্ত্তব্য—

( বৰ অধৈৰ্য্য অৱস্থাত নিজৰ আঙুলিত পিন্ধি থকা কাল হীৰা খচিত সোণৰ আঙঠিটো চেলেকি চেলেকি বৰ যন্ত্ৰণাত মাটিত পৰি যায় আৰু মৃত্যু )

একৰাজ—( অধৈৰ্য্য হৈ ) উঃ কি কৰিলা! কি কৰিলা গৌতমী! শেষত ইয়াকে দেখুৱাবলৈ মোৰ ওচৰলৈ আহিছিলা? তুমি এইভাৱে কালহীৰা চেলেকি আত্মঘাতী হৈ গুচি গ'লা পৰ পাবলৈ। উস্ ভগৱান, মোৰ কপালত কিমান জ্বালা-যন্ত্ৰণা আছে, দিয়া সকলো দিয়া, মই মূৰ পাতি লৈছো। ( অলপ বৈ গৌতমীলৈ চাই ) অভাগিনী তুমি

কিয় আহিছিলা ? কিয় এই মানবী শৰীৰ এক পলকতে শেষ কৰি পেলালা ? তুমি এই ভাৱে গুচি গ'লা, মোকো তোমাৰ বাট দেখুৱাই লৈ বলা; ৰবা, ৰবা, ময়ো আজি তোমাৰ একে বাটৰ পথিক—মোকো একে ভাৱে লৈ বলা—( অধৈৰ্য্য অৱস্থাতে গৌতমীৰ হাতখন তুলি ধৰি হাতৰ আঙঠিটো চেলেকিবলৈ ধৰে ) উস্ ! আস্ কি যান্ত্ৰণা, কি মাৰাত্মক জ্বালা ? উস্ ভগৱান, তোমাৰ ইচ্ছাই পূৰ্ণ হওক,—এবাৰ তোমাৰ পদতলত মোক ঠাই দিয়া—ঠাই—দি—য়া ( মৃত্যু )

—যৱনিকা পতন—

